শ্ৰীমন্ত শংকৰদেৱ কলাক্ষেত্ৰ
পাঞ্জাবাৰী, গুৱাহাটী - ৭৮১ ০৩৭

সাহিত্য বক্তৃতামালা - ৫

# অসমীয়া ৰামায়ণী সাহিত্য

বক্তা ঃ শ্ৰীমতী কেশদা মহন্ত

তাৰিখ ঃ ১৪ জুলাই, ২০০২

# অসমীয়া ৰামায়ণী সাহিত্য

অসমীয়া ৰামায়ণী সাহিত্য বুলিলে আমি অসমীয়া ভাষাত ৰচিত সেই সাহিত্যসমূহকে বুজোঁ, যিখিনি সাহিত্য ঘাইকৈ বাল্মীকীয় ৰামায়ণ আৰু তাৰ অনুবৰ্তী ৰামকথাৰ ভিত্তিত ৰচনা কৰা হৈছে। খ্ৰীঃ ১৪/১৫ শতিকাত ৰচিত 'অধ্যাত্মৰামায়ণ'খন বাল্মীকীয় ৰামায়ণৰ অনুবৰ্তী যদিও তাত কৃষ্ণলীলাৰ অনুৰূপে ৰামৰো অনেক লীলা বৰ্ণনা কৰা হৈছে। এই 'অধ্যাত্মৰামায়ণ'ৰ সুন্দৰকাণ্ডটোৰ অনুবাদ এটাও অসমীয়া ভাষাত কৰা হৈছিল। বাল্মীকীয় ৰামায়ণৰ কাহিনীত ভেজা লৈ নানা পুৰাণ-উপপুৰাণতো অনেক নতুন কাহিনী গঢ় দিয়া হৈছিল। পুৰাণৰ লক্ষণবিশিষ্ট 'জৈমিনীয়াশ্বমেধপৰ্ব'ত যুধিষ্ঠিৰৰ অশ্বমেধযজ্ঞৰ প্ৰসংগত অৱতাৰণা কৰা 'কুশলৱোপাখ্যানে' (২৫-৩৬ অধ্যায় পৰ্যন্ত) প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে অসমীয়া ৰামায়ণী সাহিত্যত প্ৰচুৰ প্ৰভাৱ বিস্তাৰ কৰি আহিছে। এনে ধৰণৰ পৌৰাণিক ৰামকথাৰ ভিত্তিত ৰচিত অসমীয়া সাহিত্যকো ৰামায়ণী সাহিত্যৰে অন্তৰ্ভুক্ত কৰা হয়। আধুনিক ভাৰতীয় ভাষাসমূহৰ প্ৰাচীন ৰূপতে হওক বা আধুনিক ৰূপতে হওক, সেইবিলাকত ৰচিত ৰামকথামূলক সাহিত্যৰ অনুবাদ বা তাৰ ভিত্তিত ৰচিত সাহিত্যসমূহকো অসমীয়া ৰামায়ণী সাহিত্যৰ শাৰীত থ'ব লাগিব। সেইদৰে কৰি, নাট্যকাৰ বা কথাশিল্পী একোজনে ৰামায়ণৰ কাহিনীৰ লগত জড়িত কৰি নিজৰ কলম্পনাপ্ৰসুত কথাৰে অথবা নিজা দৃষ্টিভংগীৰে ৰামায়ণৰ কাহিনী সজাই লৈ ৰচনা কৰা সাহিত্যসমূহো এই শ্ৰেণীৰ অন্তৰ্ভুক্ত। তদুপৰি অসমীয়া লোকজীৱনত সততে প্ৰয়োগ হোৱা নানা প্ৰবাদ-প্ৰবচন, ফকৰা-যোজনাৰপৰা আৰম্ভ কৰি অজ্ঞাত ৰচয়িতাৰ ৰচনা নানা লোকগীত, লোককথা, জৰা-ফুঁকা মন্ত্ৰ আদিতো ৰামায়ণৰ কথা জড়িত কৰা হৈছে। আই-ধাইৰ কোলাতে নিচুকনি গীতত ৰামৰ কাহিনী শুনা অসমীয়া শিশুটিয়ে কালক্ৰমত হুচৰিগীত, বিয়াগীত, বাৰমাহী গীত, নাওখেলোৱা গীত, ঢোল-খোলৰ মালিতাত ৰামায়ণৰ বিবিধ কাহিনী শুনি জীৱনৰ অন্তিম ক্ষণত 'ৰাম' বুলি ভৱ-সাগৰ পাৰ হোৱাৰ প্ৰয়াস কৰে। অসমীয়া ভাষাৰ এই লোকসাহিত্যসমূহো ৰামায়ণী সাহিত্যৰ অন্তৰ্ভুক্ত।

বাল্মীকীয় ৰামায়ণকে মানদণ্ড ৰূপত গ্ৰহণ কৰি যিহেতুকে ৰামায়ণী সাহিত্যৰ বিচাৰ কৰা হয়, সেই মূল মহাকাব্যখনৰ বিষয়-বস্তুৰ পৰিসৰ সম্পৰ্কে কিছু আভাস দিয়াটো ভাল হ'ব। ৰামায়ণ শব্দটোৰ বুৎপত্তিগত অৰ্থ হৈছে ৰামৰ অয়ন, অৰ্থাৎ গতি বা পৰ্যটন। ৰামৰ অভিষেকৰ উদ্দেশ্যে অযোধ্যাপুৰীত উলহ-মালহ লগাৰ মাজতে ৰাম বনলৈ গৈছে আৰু সুদীৰ্ঘ চৌদ্ধ বছৰৰ পিছত লংকা জিনি ৰাম ঘূৰি আহি পুনৰ উলহ-মালহৰ মাজত ৰজা হৈছেহি। ভাৰতীয় সভ্যতা-সংস্কৃতিৰ ইতিহাসত ৰামৰ এই অয়নহে গুৰুত্বপূৰ্ণ। বীৰ ৰামে দূৰ-দূৰণিৰ বিভিন্ন নৃগোষ্ঠীৰ লগত ৰাজনৈতিক আৰু সাংস্কৃতিক সম্পৰ্ক প্ৰতিষ্ঠিত কৰাৰ পিছত সম্ৰাট অৰ্থাৎ সম্যক্‌ভাবে বিৰাজ কৰা শাসকত পৰিণত হৈছেহি। এই ৰাম-অয়নৰ সম্পূৰ্ণ বিৱৰণিৰে সৈতে অযোধ্যাকাণ্ডৰপৰা যুদ্ধকাণ্ড (লংকাণ্ড)লৈকে বৰ্ণিত কথাভাগেই মূলতঃ 'ৰামায়ণ' আছিল। বালকাণ্ড আৰু উত্তৰকাণ্ডৰ পৰৱৰ্ত্তী সংযোজনাৰে সৈতে আৰু মূল কাণ্ডকেইটাতো নানান প্ৰক্ষেপেৰে সৈতে মহাকাব্য ৰামায়ণৰ বৰ্তমান প্ৰচলিত ৰূপটো খ্ৰীঃ দ্বিতীয় শতিকাতহে সম্পূৰ্ণ হয় বুলি প্ৰায় সকলো বিদ্বান একমত। তেতিয়াৰেপৰা এই বৰ্ধিত ৰূপটোৱেই বাল্মীকিৰ ৰচনা বুলি স্বীকৃতি হৈ আহিছে।

বৰাহী ৰজা মহামাণিক্য বা মহামানীক শ্ৰৱণ কৰোৱাৰ উদ্দেশ্যে কামৰূপীয় কৱি মাধৱকন্দলীয়ে ৰচনা কৰা 'সাৰোদ্ধৃত সপ্ত কাণ্ড ৰামায়ণ'খনি আৰ্যমূলীয় ভাৰতীয় আঞ্চলিক ভাষাসমূহৰ ভিতৰত সৰ্বপ্ৰথম ৰামায়ণ। তদুপৰি ই অসমীয়া ভাষাত একমাত্ৰ মহাকাব্য। বাল্মীকীয় ৰামায়ণ অনুসৰি প্ৰণয়ন কৰা কৱিৰাজ মাধৱকন্দলীৰ ৰামায়ণখন মূলৰ অনুবাদ নহয়; ই কৱিজনাৰ নিপুণ কৱিত্বমণ্ডিত এক অনুসৃষ্টিহে। মূল মহাকাব্যখনৰ কথাবস্তুৰ লগত নিকট সম্পৰ্ক ৰক্ষা কৰি মাধৱ কন্দলীয়ে পাঠক আৰু শ্ৰোতাৰ ৰুচি তথা যোগ্যতালৈ চকু ৰাখি মূলৰ কথা কেতিয়াবা সংক্ষেপণ, কেতিয়াবা পৰিবৰ্ধন আৰু কেতিয়াবা পৰিৱৰ্তন কৰিছে; প্ৰয়োজনমতে মূলৰ অভিপ্ৰেত অৰ্থ সহজতে বোধগম্য কৰি তুলিবৰ কাৰণে নিজৰ দেশ-কাল আৰু ভাষাৰপৰা উপমাৰ উপাদান সংগ্ৰহ কৰিছে আৰু সেইদৰে চিত্ৰকল্পও সৃষ্টি কৰিছে। মাধৱকন্দলীৰ কৱিপ্ৰতিভাৰ বলতে অসমীয়া ভাষাত আৱশ্যকীয় সমস্ত উপাদানেৰে পৰিপুষ্ট একমাত্ৰ মহাকাব্যখনি ৰচিত হৈছে আৰু লগতে অসমীয়া ভাষাটোৱে উচ্চাংগ মহাকাব্যৰ উপযোগী মৰ্যাদা লাভ কৰিছে। ধৰ্মপ্ৰচাৰ বা অন্য কোনো বিশেষ উদ্দেশ্য লৈ কন্দলীয়ে এই মহাকাব্য প্ৰণয়ন কৰা নাছিল; সেয়েহে কৱিজনাৰ স্বতঃস্ফূৰ্ত কাব্যিক প্ৰেৰণাই মহাকাব্যখনিক স্বৰূপাৰ্থত কৱিকৰ্মত পৰিণত কৰিছে।

মাধৱকন্দলীয়ে 'লংকাকাণ্ড'ৰ সামৰণিত "সাত কাণ্ড ৰামায়ণ / পদবন্ধে নিবন্ধিলো / লম্ভা পৰিহৰি সাৰোদ্ধৃতে" বুলি কৈছে যদিও আজি পৰ্যন্ত তেওঁৰ ৰচিত 'আদিকাণ্ড' আৰু 'উত্তৰাকাণ্ড' পোৱা হোৱা নাই; মাজৰ পাঁচোটা কাণ্ডহে পোৱা গৈছে। অযোধ্যাকাণ্ডৰপৰা লংকাকাণ্ডলৈকে থকা এই পাঁচোটা কাণ্ডৰ লগত মাধৱদেৱে 'আদিকাণ্ড'টো আৰু শঙ্কৰদেৱে 'উত্তৰাকাণ্ড'টো ৰচনা কৰি সংযোজন কৰাতহে আমি বৰ্তমানে এখন 'সপ্তকাণ্ড' ৰামায়ণ পাইছোঁ। মাধৱকন্দলীৰ ৰামায়ণত প্ৰকৃতপক্ষে সাতোটা কাণ্ড আছিল নে নাই, এই বিষয়ত পণ্ডিতসকলৰ মাজত মতভেদ আছে। "কোনোৱে কয় আহোম-কছাৰীৰ যুদ্ধৰ কালত ধ্বংস হ'ল, কোনোৱে কয় জুয়ে পুৰিলে আৰু কোনোৱে কয় মূল বাল্মীকি ৰামায়ণো আদিতে মাজৰ পাঁচ কাণ্ড ৰামায়ণত সম্পূৰ্ণ থকাৰ দৰে মাধৱ কন্দলিৰ ৰামায়ণো মূলতেই 'পঞ্চকাণ্ড ৰামায়ণ, পদবন্ধে নিবিন্ধিলো' আছিল আৰু লংকাকাণ্ডতে আত্মপৰিচয় দি সামৰণি মৰা কথাই এই তৃতীয় মত সমৰ্থন কৰে[১]।" ডক্তৰ মহেশ্বৰ নেওগে মাধৱকন্দলীৰ সংশ্লিষ্ট আত্মপৰিচয়ৰ মাজত 'সপ্তকাণ্ড' শব্দটো লিপিকাৰৰ উদ্ভাৱনা বুলি অনুমান কৰিছে[২]।

মাধৱ কন্দলীৰ ৰচিত পাঁচটি কাণ্ডৰ প্ৰথমটিৰ আৰম্ভণি আৰু অন্তিম কাণ্ড 'লংকাকাণ্ড'ৰ সামৰণিয়ে মহাকাব্যখনৰ আৰম্ভণ আৰু সমাপ্তি। ৰামৰ অয়নৰ সম্পূৰ্ণ বিৱৰণ থকা এই পূৰ্ণাঙ্গ ৰামায়ণখনৰ আৰম্ভণিতে জগতৰ আধাৰ ৰামচন্দ্ৰৰ বন্দনাৰে মঙ্গলচৰণ কৰি "দশৰথৰ গৃহে লীলাৰূপে অৱতৰি" মনুষ্যৰ নিচিনা কৰ্ম কৰা ৰামৰ বিশ্বামিত্ৰৰ লগত মিথিলাযাত্ৰাৰপৰা আৰম্ভ কৰি মিথিলাত ৰামৰ চাৰিভ্ৰাতৃৰ বিবাহ সম্পন্ন হোৱাৰ পিছত অযোধ্যাত আহি প্ৰৱেশ কৰালৈকে চমু বৰ্ণনা দি লোৱা হৈছে[৩]। বাল্মীকীয় ৰামায়ণৰ তিনিওটা পাঠতে 'বালকাণ্ড'ত থকা ৰাম সম্পৰ্কীয় এই কথাখিনি 'লম্ভা পৰিহৰি সাৰোদ্ধৃতে' উপস্থাপন কৰি লৈহে মাধৱকন্দলী 'ৰামৰ অয়ন' অংশটোলৈ গৈছে। সেই 'ৰামৰ অয়ন' সম্পূৰ্ণ হোৱাৰ পিছত 'লংকাকাণ্ড'ৰ সামৰণিত কৱিজনাই বিস্তাৰিত ৰূপত আত্মপৰিচয় দি তাৰ লগতে 'সাতকাণ্ড ৰামায়ণ.....সাৰোদ্ধৃতে' লিখাৰ কথা ঘোষণা কৰিছে। এইদৰে ৰামায়ণ নামটোৰ সাৰ্থকতাৰে সৈতে কৱিৰাজ কন্দলীৰ মহাকাব্যখনৰো সমাপ্তি ঘটিছে[৪]।

কন্দলীয়ে তেওঁৰ ৰামমায়ণখনি ৰচনা কৰাৰ পদ্ধতি সম্পৰ্কে নিজেই কৈ গৈছে—বাল্মীকিয়ে গদ্য-পদ্য ছন্দত ৰচনা কৰা শাস্ত্ৰখন তেওঁ অতি যত্নেৰে বিচাৰ কৰি চাই নিজৰ বুদ্ধি অনুযায়ী যি অৰ্থ বুজিলে, তাক সংক্ষেপে পদ্যত নিবদ্ধ কৰিছে। কৱিসকলে লোক-ব্যৱহাৰ অনুসাৰে কেতিয়াবা স্বকল্পিত কথা

আৰু কেতিয়াবা 'লম্ভা' কথাৰে কাব্য ৰচনা কৰে। কন্দলীৰ ৰামায়ণখন দেৱবাণী (সংস্কৃতভাষাত লিখিত ঋষিৰ কাব্য) নহয়; ই লৌকিক (লোকভাষাত ৰচিত) কথাহে[৫]। কৱি জনাই অন্য প্ৰসংগত[৬] বাল্মীকিয়ে 'সংসাৰত অমৃত' ৰূপে সৃষ্টি কৰা 'পুণ্যকথা ৰামৰ চৰিত্ৰ' ৰামায়ণখন তেওঁ 'মধুৰ কোমল পদ'ত 'কলিমল সংহৰণ' ৰূপত নিবদ্ধ কৰিছে বুলি পতি-পতিকৈ কৈ গৈছে।

বাল্মীকীয় ৰামায়ণখন পিছৰ যুগৰ প্ৰথিতযশা সংস্কৃত-প্ৰাকৃত আদিৰ লেখকসকলৰ কাব্যৰচনাৰ আদৰ্শ আৰু প্ৰেৰণাৰ উৎস হোৱাৰ দৰে অসমীয়া ভাষাতো মাধৱ কন্দলীৰ ৰামায়ণখনি সাহিত্যত যুগপ্ৰৱৰ্তক শঙ্কৰদেৱকে মুখ্য কৰি পিছৰ যুগৰ লেখকসকলৰ কাৰণে আদৰ্শ আৰু প্ৰেৰণাৰ উৎস হৈ পৰিছিল। শঙ্কৰদেৱে মাধৱকন্দলীৰ পাণ্ডিত্য আৰু কৱিত্বক প্ৰশংসা কৰি[৭], এই পূৰ্ব কৱিজনাৰ 'পদ আদৰ্শক চাই'[৮] নিজে কাব্য ৰচনা কৰাৰো ইঙ্গিত দি গৈছে। শঙ্কৰ-মাধৱে কৰা সংযোজনাৰ কাণ্ড দুটিৰে সৈতে মাধৱকন্দলীৰ ৰামায়ণখন অসমীয়া ভাষাৰ পিছৰ কালৰ ৰামায়ণী সাহিত্যপ্ৰণেতাসকলৰ কাৰণে বহুমুখী আদৰ্শ আৰু প্ৰেৰণাৰ থলী হৈ পৰে। মাধৱকন্দলীৰ এই মহাকাব্যখনি ভাষা, কাব্যিক সুষমা, ছন্দ-অলংকাৰ আদিৰ প্ৰয়োগ, বৰ্ণন-কুশলতা, সামাজিক প্ৰতিফলন আদি সকলো দিশতে মনোগ্ৰাহী এক সৰ্বাংগসুন্দৰ কাব্যকৃতি।

অসমীয়া সাহিত্যত মাধৱকন্দলীয়েই 'ৰামায়ণ'ৰ সৰ্বপ্ৰথম কৱি যদিও অসমীয়া সাহিত্যৰ বুৰঞ্জীত সৰ্বপ্ৰথম ৰামকথা অথবা ৰামায়ণৰ লগত জড়িত কাহিনীৰ ৰচয়িতাজন হৈছে, কমতাপুৰৰ ৰজা দুৰ্লভনাৰায়ণৰ (খ্ৰীঃ ১৩৩০-১৩৫০)[৯] পৃষ্ঠপোষকতা লাভ কৰা কৱি হৰিবৰ বিপ্ৰ। পুৰাণৰ লক্ষণৱিশিষ্টি মহাভাৰতৰ কাহিনীৰে ৰচিত 'জৈমীনীয়াশ্বমেধপৰ্ব'ৰ পৰা বিষয়বস্তুলৈ এইজনা কৱিয়ে 'লৱ-কুশৰ যুদ্ধ' নামৰ লঘুকাব্যখনি ৰচনা কৰে। সেই একে উৎসৰ বিষয়বস্তুৰে হৰিবৰে পিতা-পুত্ৰৰ যুদ্ধভিত্তিক অন্য দুখন লঘুকাব্য, বব্ৰুবাহনৰ যুদ্ধ আৰু তাম্ৰধ্বজৰ যুদ্ধও ৰচনা কৰিছিল। 'লৱ-কুশৰ যুদ্ধ' কাব্যখন জৈমিনীয়াশ্বমেধপৰ্বৰ'কুশলৱোপাখ্যান' অংশটোৰ প্ৰায় শাব্দিক অনুৱাদ। লংকাবিজয়ৰ পিছত ৰাম আহি অযোধ্যাৰ ৰজা হোৱাৰপৰা যুদ্ধত লৱ-কুশই নিহত কৰা ৰাম আদিক বাল্মীকিয়ে পুনৰ্জীৱিত কৰালৈকে কাহিনীভাগ এই কাব্যত বৰ্ণিত হৈছে। উল্লেখযোগ্য যে যিমানবোৰ ৰাময়ণী সাহিত্যত অশ্বমেধ যজ্ঞ সম্পৰ্কিত যুদ্ধত ৰাম, লক্ষ্মণ, ভৰত আৰু শত্ৰুঘ্ন লৱকুশৰ সন্মুখীন হোৱাৰ কথা আছে[১০], সেইবোৰৰ ক'তো ৰাম আদি ভ্ৰাতৃসকল লৱ-কুশৰ হাতত নিহত হোৱা বুলি নাই; বৰঞ্চ মূৰ্চ্ছিত হোৱা বুলিহে আছে। 'জৈমিনীয়াশ্বমেধ'ত

বব্রুবাহনৰ হাতত অৰ্জুনৰ মৃত্যু ঘটা যিটো মূল কাহিনীত উদাহৰণৰূপে লৱ-কুশৰ যুদ্ধৰ অৱতাৰণা কৰিছে, তাৰ অনুকৰণতে সম্ভৱতঃ হৰিবৰে পুত্ৰ দুজনৰ হাতত ৰাম আদিৰ মৃত্যু হোৱা বুলি বৰ্ণনা কৰিছে।

হৰিবৰ বিপ্ৰৰ কাব্যখনত অন্য কিছুমান বিষয়ো মূলতকৈ কিছু পৃথক ৰূপত বৰ্ণনা কৰিছে। উদাহৰণস্বৰূপে মূলত লক্ষ্মণে সীতাক ছল কৰি নি বনত এৰা দোষৰপৰা গা সাৰিব খুজিছে তেওঁ ৰামৰ আজ্ঞাবহ ভৃত্য বুলি কৈ; হৰিবৰৰ কাব্যখনত কিন্তু লক্ষ্মণে এই কু-কৰ্মক পাপ বুলি গণ্য কৰিছে[১১]। মূলত সীতাই তেওঁৰ প্ৰতি ৰামে পূৰ্বে দেখুৱা গভীৰ প্ৰেমৰ কথা সুঁৱৰি, দৈৱৰ বলতহে ৰামে তেওঁক ত্যাগ কৰিছে বুলি বিনা ক্ষোভে লক্ষ্মণক বিদায় দিছে। হৰিবৰৰ কাব্যত সীতাই ক্ষোভ আৰু ব্যংগ কৰিহে লক্ষ্মণক বিদায় দিছে[১২]। সীতাক বনৰ মাজত অকলশৰে এৰি যোৱা কাৰ্য পণ্ডিত লোকেও শাস্ত্ৰ বিৰোধীবুলি গণ্য কৰিব যে হৰিবৰে সীতাৰ মুখেদিয়ে নিজৰ সেই অভিমত ব্যক্ত কৰিছে। পূৰ্বসূৰি হৰিবৰৰ কাব্যখনিৰ প্ৰভাৱ শংকৰদেৱৰ 'উত্তৰাকাণ্ড'ত বহুলভাৱে পৰা পৰিলক্ষিত হয়।

শংকৰদেৱৰ 'উত্তৰাকাণ্ড' ৰামায়ণখণ্ড বাল্মীকীয় ৰামায়ণৰ অনুবাদ নহয়; বৰঞ্চ তাৰ ভিত্তিত কৱিজনাৰ স্বকীয় বৈশিষ্ট্যেৰে ৰচনা কৰা ৰামৰ 'উত্তৰচৰিত'হে। এই 'চৰিতকাব্য'খনি দুটা ভাগত উপস্থাপন কৰা হৈছে— সীতাৰ পাতাল-প্ৰৱেশৰ পিছত ৰামৰ প্ৰতি বসুমতীৰ পাতালী বাণী আৰু লৱ-কুশৰ ৰামায়ণগান বন্ধ কৰালৈকে কাহিনীভাগৰ নাম 'পাতালী কাণ্ড' বা পাতালখণ্ড আৰু ইয়াৰ পিছৰ অংশটোৰ নাম 'স্বৰ্গ খণ্ড'[১৩]। বাল্মীকীয় ৰামায়ণত প্ৰসংগক্ৰমে বৰ্ণনালৈ অনা প্ৰায়বিলাক কাহিনীকে শঙ্কৰদেৱে বাদ দিছে আৰু আধিকাৰিক কথাবস্তুও কৱিজনাই নিজা দৃষ্টিৰেহে উপস্থাপন কৰিছে। সীতাচৰিত্ৰ আৰু লৱ-কুশৰ চৰিত্ৰৰ ৰূপায়ণৰ ক্ষেত্ৰত শঙ্কৰদেৱৰ দৃষ্টিভংগী নিজা। 'চণ্ডালে লৱে হৰিনাম মাত্ৰ / কৰিবে উচিত যজ্ঞৰ পাত্ৰ' নীতিৰে সমাজৰ নিম্নস্তৰৰ লোকলৈকে বুলি আধ্যাত্মিক সাধনাৰ পথ মুকলি কৰি দিয়া শঙ্কৰদেৱে উচিতভাৱেই শম্বূকবধৰ বৃত্তান্তটো ত্যাগ কৰিছে।

কাব্যৰ আৰম্ভণীভাগতে সীতাৰ গৰ্ভধাৰণৰ কথা উল্লেখ কৰিয়েই কৱিজনাই "মিলিল দুৰ্যোগ পাছে বিধিৰ বিপাকে" বুলি ৰাম-সীতাৰ জীৱনৰ দুঃখান্ত পৰিণতিৰ ফালে বাট পোনাইছে। তাৰ পিছত 'ৰামক কহন্ত সীতা স্বপ্নৰ কথাকে' (৬৭০৩ পদ) বুলি সীতাৰ স্বপ্নদৰ্শনৰ যি অবাল্মীকীয় বৃত্তান্ত শঙ্কৰদেৱে দাঙি ধৰিছে, সেয়া কোনো ৰামায়ণী সাহিত্যতে থকা কথা নহয়। 'জৈমিনীয়াশ্বমেধপৰ্ব'[১৪] আৰু তাৰ ভিত্তিত ৰচনা কৰা হৰিবৰ বিপ্ৰৰ 'লৱ-কুশৰ

যুদ্ধ'ত[১৫] ৰামে সীতাৰ বনবাসত ভোগা দুখৰ যি স্বপ্ন দেখাৰ কথা আছে, তাৰ অনুকৰণতে শঙ্কৰদেৱে সীতাই বনত থাকি আনন্দ ভোগ কৰাৰ কথা স্বপ্নত দেখা বুলি বৰ্ণনা প্ৰস্তুত কৰিছে যেন লাগে। বাল্মীকীয় ৰামায়ণত সীতাই তেওঁৰ গৰ্ভকালীন ইচ্ছাৰূপে তপোৱন দৰ্শন কৰাবলৈ ৰামক অনুৰোধ কৰিছিল আৰু ৰামে সেই ইচ্ছা পূৰণ কৰাৰ প্ৰতিশ্ৰুতি দিছিল (গৌড়ীয়পাঠ ৭/৪৫/২৯-৩৩) । সেই সূত্ৰতে শঙ্কৰদেৱে সীতাৰ স্বপ্নটো মনস্তত্ত্বসন্মতভাৱে গাঁথি দিছে।

বাল্মীকীয় ৰামায়ণত লক্ষ্মণে সীতাক ৰামে লোক-অপবাদৰ ভয়ত ত্যাগ কৰিছে বুলি কৈ গঙ্গাতীৰৰ মহৰ্ষিসকলৰ পৱিত্ৰ তপোৱনত দশৰথৰ মিত্ৰ বাল্মীকিৰ আশ্ৰমত ধৰ্মপৰায়ণা হৈ বাস কৰি থাকিবলৈ কৈ এৰি আহিছিল। তেতিয়া সীতাই পতিৰ প্ৰিয়সাধনৰ উদ্দেশ্যে নিজৰ দুখৰ কথা নাভাবি লক্ষ্মণক বিদায় দিছিল। নাৰী স্বাধীনতাৰ সামাজিক পটভূমি থকা উত্তৰ-পূবভাৰতৰ সমাজ-সংস্কাৰক শঙ্কৰদেৱৰ ৰচনাত বাল্মীকীয় ৰামায়ণৰ সময়তকৈ কমেও ডেৰ হাজাৰ বছৰীয়া বিৱৰ্তনৰ পিছত মহাকাব্যৰ নায়িকা সীতাই ৰজাৰ আদেশ বুলিয়েই পতিৰ অন্যায় সিদ্ধান্ত বিনাদ্বিধাই মানি লোৱা নাই। এইজনা কবিৰ ৰচনাত মহৰ্ষি বাল্মীকিয়েও 'ৰামৰ কাৰ্য লক্ষি মনে গৰিহিলা ৰাঘৱক'। কালিদাসৰ 'ৰঘুবংশ'তো (১৪/৭৩) বাল্মীকিয়ে ৰামৰ সীতাত্যাগৰূপ গৰ্হিত কাৰ্যৰ বাবে ৰামৰ প্ৰতি ক্ৰোধ প্ৰকাশ কৰিছিল।

শঙ্কৰদেৱৰ 'উত্তৰাকাণ্ড'ত দশৰথৰ পুত্ৰ জন্মৰ পৰা সীতাৰ পাতাল প্ৰৱেশলৈকে ৰামায়ণৰ কাহিনীভাগ লৱ-কুশৰ ৰামায়ণগানৰ অন্তৰ্ভুক্ত কৰি সংক্ষেপে বৰ্ণনা কৰিছে। তাৰ ভিতৰতে 'পৰম মহন্ত গুণে-সম নাহি কেৱ, পুণ্যতনু কৃপাময় ৰামদেৱ'ৰ যে 'একে পতিব্ৰতা নাৰী আৰো গৰ্ভৱতী। তাহাকো বধিবে মতি' হৈছে, সেয়া কৰ্মফল বুলি সিদ্ধান্ত দিছে (৬৯২২-২৩ পদ)। শঙ্কৰদেৱৰ লেখনীত ৰামে সীতাৰ কাৰণে কৰা বিলাপত ৰামৰ যি তীব্ৰ আত্ম-সমালোচনা প্ৰকাশ পাইছে, তাত কৱিজনাৰ নিজস্ব বিবেচনাত সীতা-ত্যাগৰ অন্যায্যতাও প্ৰতিপন্ন হৈছে। এই প্ৰসঙ্গত ৰামে যি গভীৰ অনুশোচনা আৰু আত্মসমালোচনা কৰিছে (৬৯২৯-৬৯৩৩ পদ), তেনে নিদৰ্শন অন্য কোনো ৰামমায়ণতে নাই।

শঙ্কৰদেৱে ৰামায়ণ-গায়ক লৱ-কুশৰ চৰিত্ৰ মূলতকৈ আকৰ্ষণীয় আৰু প্ৰভাৱশালী ৰূপত দাঙি ধৰিছে। কৱিজনাই নিজ কল্পনাৰে ৰামৰ ৰাজসভাৰ চিত্ৰ অংকন কৰি তাত 'ৰূপে অনুপম আতি সীতাৰ সন্ততি', 'গহীন গম্ভীৰ ধীৰমতি' ঋষিকুমাৰ সদৃশ ৰাজ কুমাৰ দুজনে গৈ প্ৰৱেশ কৰাৰ মনোৰম বৰ্ণনা

দাণ্ডি ধৰিছে। এই ৰামচৰিত গায়ক দুজন দেশে-দেশে, গাঁৱে-গাঁৱে, নগৰে-চহৰে সমস্তৰে চিত্ত ৰঞ্জিত গীত গাই ফুৰা ৰাইজৰ শিল্পী; বাল্মীকীয় ৰামায়ণত থকাৰ দৰে কেৱল ঋষিৰ আশ্ৰম আৰু ৰজাৰ ঘৰত গায়ন কৰা শিল্পী নহয়। এই গায়ক দুজনৰ মাজত যেন নিহিত হৈ আছে ৰাজকীয় বংশত জন্মিও ঋষি-সাধকৰ জীৱনচৰ্যাৰে মহিমা-মণ্ডিত, 'আদি অন্তে প্ৰভুৰ চৰিত গাই' ৰাজসভাক স্তম্ভিত কৰা 'গুণে গীতে ৰূপে আতি প্ৰজা ভোল' যোৱা অৱস্থাৰ সৃষ্টি কৰিব পৰা কলাগুৰু শংকৰদেৱৰ শিল্পীসত্তাটোহে।

শংকৰদেৱৰ 'উত্তৰাকাণ্ড'ত 'জাজ্বল্য সমান অগনিৰ শিখা প্ৰায়' সীতাই বাল্মী০ ৰামায়ণৰ যুগৰ সীতাৰ দৰে ৰাজসভাত বিনা প্ৰতিবাদে নিজৰ সতীত্বৰ প্ৰমাণ দি থিতাতে মৃত্যু বৰণ কৰা নাই; এই সীতাৰ কটাক্ষত মাথা চপৰাব লগা হোৱা ৰামৰ 'অন্তৰ্গতে মহাভয়' মিলিছে; সীতাই ৰামক শপি ভস্ম কৰিব বুলি ঋষিৰ হৃদয় 'তৰতৰি কম্পিছে'। সীতাই অগ্নি বৰষা ভাষাৰে 'দেখা দেখা ইটো কেন স্বামীৰ মৰ্যাদ' বুলি ৰামৰ সমস্ত অকাৰ্যৰ তীব্ৰ নিন্দা কৰিছে। শংকৰদেৱে আনহাতেদি ৰাম-সীতাৰ দাম্পত্যজীৱনৰ প্ৰকৃত কেৱোণ 'কলংক আৰু কদৰ্থনা'হে বুলি সীতাৰ মুখেদি ঘোষণা কৰাই সীতাৰ লগত জড়িত সকলোৰে নিৰ্দোষতাও প্ৰতিপন্ন কৰাই লৈছে। সীতাই যাবৰ পৰত সন্মানীয়সকলক যথাযোগ্য সন্মান দেখুৱাই গৈছে।

শংকৰদেৱৰ 'উত্তৰাকাণ্ড'ত লক্ষ্মণ-বিয়োগৰ বৰ্ণনা বাল্মীকীয় ৰামায়ণতকৈ অধিক মৰ্মস্পৰ্শী। অন্য কোনো ৰামায়ণতে নথকা লক্ষ্মণৰ অন্ত্যেষ্টি সৎকাৰৰ কৰুণ চিত্ৰ এখনত ভক্তবৎসল ভক্তকৱিজনাই কাব্যৰ উপেক্ষিতা উৰ্মিলাকো অৱতাৰণা কৰিছে। অৱশেষত পশু-পক্ষী সমন্বিতে নিজৰ অনুৰক্ত প্ৰজাবৃন্দই সদ্গতি লাভ কৰাৰ বৰ্ণনাৰে ৰামৰ স্বৰ্গগমনৰ সমাপ্তি ঘটাই শংকৰদেৱে 'জগতৰে নিস্তাৰণ, পুণ্যকথা ৰামায়ণ'ৰ সামৰণি মাৰিছে।

মাধৱদেৱে 'আদিকাণ্ড' ৰামায়ণভাগত ৰামৰ বিষয়ক কথাখিনিত বাল্মী০ ৰামায়ণৰ গৌড়ীয়পাঠৰ অনুগমন কৰিছে যদিও তেওঁ এই কাব্যখনিক জনপ্ৰিয় উপাদানেৰে লোকৰঞ্জন কৰিব পৰাকৈ সজাই উলিয়াইছে। 'পদ্মপুৰাণ'ৰ গৌড়ীয়পাঠ আৰু কালিদাসৰ 'ৰঘুবংশ' মহাকাব্যৰ প্ৰত্যক্ষ প্ৰভাৱ এই ৰচনাত দৃষ্টিগোচৰ হয়। হনুমন্নাটক বা মহানাটকৰ লগতো কৱিজনাৰ প্ৰত্যক্ষ পৰিচয় থকাৰ প্ৰমাণ এই কাব্যখণ্ডত প্ৰকাশ পাইছে। 'ভাগৱতপুৰাণ'ৰ পৰোক্ষ প্ৰভাৱো স্থান বিশেষে পৰিলক্ষিত হয়। শংকৰদেৱৰ 'ৰামবিজয় নাট' আৰু 'ৰুক্মিণী হৰণ' নাট তথা একে নামৰ কাব্যখনৰ প্ৰভাৱো 'আদিকাণ্ড'ত পৰিছে। তদুপৰি

কৱিজনাৰ অনেক স্বকীয় উদ্ভাৱনাৰেও কাব্যখণ্ড সমৃদ্ধহৈ আছে। লোকপ্ৰবাদৰপৰাও যে মাধৱদেৱে উপাদান গ্ৰহণ কৰিছিল, তাৰ উদাহৰণ স্বৰূপে আমি আঙুলিয়াব পাৰোঁ— সীতাৰ জন্ম এটা ৰক্ত ডিম্বৰপৰা হোৱা আৰু পৰশুৰামৰ স্বৰ্গপথ ছেদ কৰা "শ্ৰীৰামৰ কীৰ্তি প্ৰকাশয় সংসাৰত। অদ্যপিও ৰামশৰ দেখিয়ো স্বৰ্গত" বোলা কথালৈ।

মাধৱদেৱৰ 'আদিকাণ্ড'ত প্ৰাসংগিক অনেক কথাতে কৃত্তিবাসী ৰামায়ণৰ লগত সাদৃশ্য পৰিলক্ষিত হয়। কাহিনী কিছুমানত কেতিয়াবা কিছু অমিল থাকিলেও সেইসমূহৰ গ্ৰন্থনপদ্ধতি আৰু ক্ৰম কৃত্তিবাসী ৰামায়ণৰ অনুৰূপ। এনেবিলাক কাৰণতে ডঃ কামিল বুল্কেই মাধৱদেৱৰ 'আদিকাণ্ড'টো কৃত্তিবাসীয় ৰামায়ণৰ ওপৰত আধাৰিত বুলি মত প্ৰকাশ কৰিছে[১৬]। কৃত্তিবাসৰ সময় সম্পৰ্কে মতভেদ আছে। তথাপি 'বাংলাৰ সাহিত্য ইতিহাস' নামৰ গ্ৰন্থত[১৭] ডঃ সুকুমাৰ সেনে কৃত্তিবাসৰ সময় সম্পৰ্কে দাঙি ধৰা মত প্ৰণিধান্যযোগ্য। সেন মহোদয়ে লিখিছে— "ইতিহাস সন্মত প্ৰমাণ ধৰিলে কৃত্তিবাসক সপ্তদশ শতাব্দীৰ আগলৈ নিব নোৱাৰি।" পণ্ডিতপ্ৰবৰ সুকুমাৰ সেনৰ এই মত যেতিয়ালৈকে খণ্ডন নহয়, তেতিয়ালৈকে আমি (১৪৮৯-১৫৯৬ খ্ৰীষ্টাব্দৰ) মাধৱদেৱক কৃত্তিবাসৰ ওচৰত ঋণী কৰিব নোৱাৰোঁ।

শংকৰদেৱৰ সমসাময়িক হ'লেও বয়সত সৰু[১৮] দুৰ্গাবৰ কায়স্থই মাত্ৰ ৯৯৪ ফাঁকি পদত অৰণ্যকাণ্ডৰপৰা লংকাকাণ্ডৰ শেষলৈকে ৰামায়ণৰ মূল কাহিনীৰ লগত সম্পৰ্ক ৰাখি বিশেষ বিশেষ ঘটনাত গুৰুত্ব দি বহু অবাল্মীকীয় সংযোজনাৰে ৰচনা কৰা ৰামায়ণখণ্ডৰ নামেই 'গীতিৰামায়ণ'। এফালে মাৰ্গসংগীতৰ উচ্চ ৰীতি আৰু আনফালে সাধাৰণ জনগণৰ মনোৰঞ্জনৰ বাবে জনসমাজত প্ৰচলিত লোকপ্ৰিয় কথাৰ সমাহাৰেৰে সংক্ষিপ্ত ৰূপত প্ৰণয়ন কৰা 'গীতিৰামায়ণ'খনি অসমীয়া সাহিত্যৰ এক অমূল্য সম্পদ। দুৰ্গাবৰৰ এই গীতি কাব্যত বৈষ্ণৱ ধৰ্মৰ প্ৰভাৱ পৰিছে যদিও ইয়াত 'ৰাম গদাধৰ' মানৱসুলভ সুখ-দুখ ভোগা এজন সাধাৰণ মানৱ। প্ৰাক্‌শংকৰী সঙ্গীতৰ ৰাগ-তালত নিবদ্ধ এই ৰামায়ণৰ গীতসমূহ ওজাপালি অনুষ্ঠানত ব্যৱহাৰ কৰা হয়।

'গীতিৰামায়ণ'ত 'উত্তৰাকাণ্ড' বুলি যি ২৮ ফাঁকিপদত ভৰত-মিলনৰপৰা ৰামৰ অভিষেক শেষ হোৱালৈকে কাহিনীভাগ বৰ্ণনা কৰা হৈছে, বাল্মীকীয় ৰামায়ণ তথা মাধৱ কন্দলীৰ ৰামায়ণত এই অংশটো 'যুদ্ধকাণ্ড' বা 'লংকাকাণ্ড'ৰহে অন্তৰ্ভুক্ত। গতিকে 'গীতিৰামায়ণ'ত স্বৰূপাৰ্থত চাৰিটা কাণ্ডহে আছে। গীতিকাব্যখনত অৰণ্যকাণ্ডৰ শেষৰ অংশটোৰপৰা পিছৰ ৰচনাখিনি

মাধৱ কন্দলীৰ ৰামায়ণৰ ওজাপালি ৰূপহে বুলিব পাৰি। কাব্যখনৰ প্ৰায় আধাভাগত বৰ্ণিত অৰণ্যকাণ্ডটোত দুৰ্গাবৰে অনেক অবাল্মীকীয় কাহিনীৰ অৱতাৰণা কৰিছে। ভাৰতীয়-অভাৰতীয় ৰামায়ণসাহিত্যত থকা এনেবোৰ কাহিনী দুৰ্গাবৰে লোকশ্ৰুতিৰ যোগেদিয়ে পোৱাটো সম্ভৱ। সীতাৰ দ্বাৰা গয়াত দশৰথক পিণ্ডদানৰ কথাটো সৰ্বপ্ৰথম 'গৰুড়পুৰাণ'ত আৰু সেই প্ৰসংগত সীতাই আমগছ, মেকুৰী, গৰু আদি নানা পশুপক্ষীক শাও দিয়াৰ কথা 'আনন্দৰামায়ণ'ত পোৱা যায়। অলপ হেৰ-ফেৰ কৰি এই কাহিনী উড়িয়া মহাভাৰতত থকা ৰামকথাত, উড়িয়া ৰামায়ণ, কৃত্তিবাসী ৰামায়ণ আদিতো বৰ্ণিত হৈছে। বঙ্গৰ লোকগীতত সীতাই বালিৰ পিণ্ডদান কৰাৰ কথা বহুলভাৱে প্ৰচলিত[১৮]।

'গীতিৰামায়ণ'ত সীতাই মায়া-অযোধ্যা নিৰ্মাণ কৰি তাত ফাকু খেলাৰ বৰ্ণনাটো'ত 'ৰামভক্তিৰ ৰসিক সম্প্ৰদায়'ৰ প্ৰভাৱ আওপকীয়াভাবে হ'লেও পৰিছে। খ্ৰী০ ১১ শতিকাৰ পৰা ১৬ শতিকালৈকে এই সম্প্ৰদায়ৰ সাধনমাৰ্গটোৱে ক্ৰমবিকাশ লাভ কৰিছিল। খ্ৰী০ ১৬ শতিকাত ৰচিত ভালেখিনি সংস্কৃত গ্ৰন্থত ৰামৰ ৰাসলীলা, ৰামৰ ফলগুৎসৱ আদিৰ মাধুৰ্যভক্তিপূৰ্ণ বৰ্ণনা আছে। 'শুকসংহিতা'ত চিত্ৰকূটত মৃগয়া কৰি শ্ৰান্ত হৈ পৰা ৰামৰ লগত সীতাই ৰাধা-কৃষ্ণৰ ৰূপত বিহাৰ কৰিবলৈ ইচ্ছা কৰাত ৰামে লীলা কৰি বৃন্দাবন সৃষ্টি কৰাৰ কথা আছে। দুৰ্গাবৰতকৈ আগৰে পৰা প্ৰচলিত এনে কথাৰ আলমতে সীতাই মায়া অযোধ্যা সৃষ্টি কৰি তাত ফাকু খেলাৰ কাহিনীটো প্ৰস্তুত কৰা হৈছে। দামোদৰ মিশ্ৰৰ নামত প্ৰচলিত 'হনুমন্নাটক'ত ৰামে মাৰীচবধ কৰিবলৈ যাওঁতে কুটীৰৰ চৌপাশে ধনুৰে ৰেখা টানি যোৱাৰ কথা আছে। 'আনন্দ-ৰামায়ণ' আদি সংস্কৃত ৰামায়ণৰ উপৰিও কৃত্তিবাসী ৰামায়ণত ৰেখাডাল লক্ষ্মণে টনা বুলিহে আছে। ৰামে ধনুৰে ৰেখা টনা এই অবাল্মীকীয় কথাটো দুৰ্গাবৰে জনশ্ৰুতিৰ মাধ্যমত 'হনুমন্নাটক'ৰ পৰা পাব পাৰে। সীতা ৰাৱণ মন্দোদৰীৰ কন্যা আছিল বুলি জৈনগ্ৰন্থ 'বসুদেৱহিণ্ডি'কৈ আৰম্ভ কৰি (খ্ৰী০ ৫শতিকা), 'মহাভাগৱতপুৰাণ' (খ্ৰী০ ১০/১১ শতিকা), ক্ষেমেন্দ্ৰৰ 'দশাৱতাৰচৰিত' (খ্ৰী০ ১০৬৬) আৰু সেইদৰে খোতানী ৰামায়ণ, তিব্বতী ৰামায়ণ, দক্ষিণপূব এছিয়াত ৰচিত ৰামায়ণসমূহতো বৰ্ণনা কৰা হৈছে [১৮]। এইদৰে দেশে-বিদেশে প্ৰচলিত কথাটো দুৰ্গাবৰে লোকপৰম্পৰাৰ পৰাই পাব পাৰে। লংকাৰপৰা আহি ৰাম অয্যোধাত উপস্থিত হোৱাৰ সময়ত "কৈকেয়ী থাকিল এক বিষ লাৰু লৈ/ ৰামে যদি নামাতে মৰিবো বিষ খাই"– এই নিচিনা বিচিত্ৰ কল্পনা দুৰ্গাবৰে নিজাকৈও কৰিছে। গীতিকাব্যখনত ৰাম, সীতা, তাৰা আদিৰ কৰুণ বিলাপসমূহৰ প্ৰাধান্য মন কৰিবলগীয়া। আনহাতেদি মাত্ৰ সাতফাঁকি পদত দিয়া লংকাযুদ্ধৰ বৰ্ণনাই

দুৰ্গাবৰৰ প্ৰাচীন অসমীয়া অন্য কৱিসকলৰ দৰে যুদ্ধ বৰ্ণনাত প্ৰীতি নথকাৰে সূচনা দিয়ে।

শংকৰদেৱৰ অনুগামী আৰু সমকালীন কৱি অনন্ত কন্দলীয়ে মাধৱকন্দলীৰ ৰামায়ণখন 'ঢাকি তুচকৈ গুচাবৰ মন দি' যিখন ৰামায়ণ 'ভাগৱত ৰস মিসলাই' 'শাস্ত্ৰক চাই' ৰচনা কৰিলে, তাৰ অযোধ্যাকাণ্ড, অৰণ্যকাণ্ড আৰু কিষ্কিন্ধাকাণ্ড এই তিনিটা কাণ্ডহে পোৱা যায়। ডঃ নবীন চন্দ্ৰ শৰ্মাৰ মতে কৱিজনাই সুন্দৰাকাণ্ড আৰু লংকাকাণ্ড ৰচনাই কৰা নাছিল; অথবা কৰিছিল যদিও বৰ্তমান এই দুইকাণ্ড লুপ্ত হৈছে [২০]। ইয়াৰ আগতে পণ্ডিতসকলে অনন্ত কন্দলীয়ে আদিকাণ্ড আৰু উত্তৰাকাণ্ড বাদ দি মাজৰ পাঁচোটা কাণ্ড ৰচনা কৰিছিল বুলি কৈ আহিছিল।

অনন্ত কন্দলীৰ প্ৰাপ্ত 'ৰামায়ণ' অংশত মিহলোৱা 'ভাগৱতৰ ৰস' খিনিৰ[২১] বাহিৰে বাকী কথাবোৰ মাধৱকন্দলীৰ ৰামায়ণৰ লগত অলপহে অমিল বুলি বিদ্বানসকলে দেখুৱাই আহিছে। কোনো ঠাইত সম্পূৰ্ণভাবে পদ মিলি আছে, ক'ৰবাত পদৰ অলপ সাল-সলনি কৰিছে, ক'ৰবাত ছন্দটোকে সলাইছে, কোনো কোনো ঠাইত বৰ্ণনাত সামান্য সাল-সলনি কৰিছে। ডঃ সত্যেন্দ্ৰ নাথ শৰ্মাৰ ভাষাত "এইখন মাধৱকন্দলীৰ ৰামায়ণৰ ভাগৱত বা বৈষ্ণৱ সংস্কৰণ বুলিব পাৰি"[১২]। 'শ্ৰীৰাম লক্ষ্মণ ভৰত যে শত্ৰুঘন / চাৰিৰূপে অৱতাৰ একে নাৰায়ণ' (অযোধ্যাকাণ্ড, ২ পদ) বুলি ভাগৱতধৰ্মৰ চতুৰ্ব্যুহ সিদ্ধান্তৰ ভিত্তিত ৰামক উপস্থাপন কৰি লোৱাৰ নিচিনাকৈ মাজে মাজে 'ভকতিপথ দৰশিলো ভজিয়োক সাধুলোক' বুলি ভাগৱতৰ উদ্দেশ্য সাধন কৰিছে যদিও মাধৱকন্দলীক অনন্ত কন্দলীয়ে পদে পদে অনুকৰণ কৰিছে[২৩]।

কালশিলা সত্ৰৰ প্ৰতিষ্ঠাতা হৃদয়ানন্দ কায়স্থ (অনন্ত ঠাকুৰ আতা)ৰ 'শ্ৰীৰামকীৰ্তন' নামৰ পুথিখনত (ৰচনাকাল ১৫৭৭ চনৰ আঘোণ মাহৰ শুক্লাদ্বিতীয়া তিথিত সমাপ্ত, ১৬৫৫ খ্ৰীঃ) শংকৰদেৱৰ 'কীৰ্তন-ঘোষা'ৰ আৰ্হিৰে সপ্তকাণ্ড ৰামায়ণৰ কথা সংক্ষিপ্তৰূপত বৰ্ণনা কৰিছে। অনন্ত ঠাকুৰে বৰ্ণনা কৰা 'আদিকাণ্ড'ৰ (৮-১৪২ পদ) আৰু 'উত্তৰাকাণ্ড'ৰ ঘটনাৱলী (৮৮৬-৯০৯পদ) যথাক্ৰমে মাধৱদেৱৰ 'আদিকাণ্ড' আৰু শংকৰদেৱৰ 'উত্তৰাকাণ্ড'ৰ লগত আৰু মাজৰ পাঁচোটা কাণ্ডত কেৱল বিষয়বস্তুৰ ক্ষেত্ৰতে নহয়, ভাষাৰ ক্ষেত্ৰতো অনন্ত ঠাকুৰে মাধৱকন্দলীক অনুকৰণ কৰিছে। উদাহৰণ স্বৰূপে–

(১) মাধৱদেৱৰ 'আদিকাণ্ড'ত—

শ্ৰীৰামৰ কীৰ্তি প্ৰকাশয় সংসাৰত।<br>
অদ্যাপিও ৰামশৰ দেখিয়ো স্বৰ্গত।।

অনন্ত ঠাকুৰৰ 'শ্ৰীৰামকীৰ্তন'ত---

আজিও প্ৰভুৰ বাণ।
দেখি স্বৰ্গে বিদ্যমান।।

(২) শংকৰদেৱৰ 'উত্তৰাকাণ্ড'ত--

(ক) সীতাক ৰাখিবি যেবে আগে মোক কাট ।।৬৭১১

(খ) বোলাইবো ঘৰিণী আৰো ৰাঘৱৰ ঘৰে।
নাই তেবে নাৰী নিলাজিনী মোত পৰে।। ৬৯৯৩

'শ্ৰীৰামকীৰ্তন'ত--

(ক) সীতাক ৰাখা যে কাটা আমাক।

(খ) তান ঘৰে আৰো মই বোলাইবো ঘৰিণী।
মোতপৰে তেবে কোন আছে নিলাজিনী।।

(৩) মাধৱকন্দলীৰ 'লংকাকাণ্ড'ত--

(ক) ত্ৰৈলোক্যৰ নাৰীগণে নাটিল তোমাক।
ৰাম অগনিৰ হৰি আনিলা সীতাক। ৪৮৮৬

(খ) গৰ্বত থাকিয়া তই নেদেখস দিশ।
ৰামশৰে ফুটিয়া কৰিবে থিসমিস ।। ৪৯৬০

'শ্ৰীৰামকীৰ্তন'ত আছে--

(১) তুমি যে সুন্দৰী কৈতো নপাইলো।
ৰাম অগনিৰ শিখা হৰাইলা ।। ৬৯৪

(২) ৰামশৰে হৈবি থিসমিস।
নেদেখিবি তই কোনো দিশ।। ৭২৫

এক কথাত ক'বলৈ হ'লে শংকৰ-মাধৱ আৰু মাধৱকন্দলীৰ দ্বাৰা ৰচিত 'সপ্তকাণ্ড' ৰামায়ণৰ অনুকৰণত কথাভাগ লৈ ৰচিত 'শ্ৰীৰামকীৰ্তন' খনি সহজ-সৰল ভাষাত সংক্ষিপ্ত ৰূপত 'কীৰ্তনঘোষা'ৰ দৰে পৰিবেশন কৰিব পৰাকৈ প্ৰণয়ন কৰা এখনি সুললিত গেয়কাব্য।

খ্ৰীঃ ১৭ শতিকাৰ শেষ অথবা ১৮ শতিকাৰ আদিভাগত চলিহা বাৰেঘৰ সত্ৰৰ শ্ৰীৰাম আতাই সংস্কৃতৰপৰা কৰা 'অধ্যাত্মৰামায়ণ'ৰ 'সুন্দৰাকাণ্ড'টিৰ অনুবাদ, সচিত্ৰ ৰূপত উক্ত সত্ৰত সংৰক্ষিত হৈ আছে। পৰমেশ্বৰ ৰামৰ অনন্যসাধাৰণ দাস হনুমন্তৰ গুণ-কৰ্মৰ শ্ৰৱণ-কীৰ্তনৰ উদ্দেশ্যেই দাস্যভক্তিৰ

সাধক শ্ৰীৰামে সুন্দৰাকাণ্ডটি অনুবাদৰ কাৰণে বাছি লৈছিল বুলি ধাৰণা হয়। কৃষ্ণলীলাৰ অনুৰূপে ৰামৰো লীলা বৰ্ণনা কৰা 'অধ্যাত্মৰামায়ণ'খনিয়ে (খ্ৰী০ ১৪/১৫ শতিকা) 'যাদৱ যদুনন্দন' আৰু 'ৰাম ৰঘুপতি ৰঘুনন্দন'ক অভিন্ন তত্ত্বৰূপে (নামঘোষা ৬৮৫-৬৯১) গ্ৰহণ কৰা পৰম্পৰাৰ কৰি শ্ৰীৰামৰ মনোযোগ আকৰ্ষণ কৰাটো স্বাভাৱিক। পৰম বিদ্বান শ্ৰীৰামে আঁৰ নলগাকৈ 'অধ্যাত্মৰামায়ণ'ৰ সুন্দৰাকাণ্ডটিৰ প্ৰায় শাব্দিক অনুৱাদ প্ৰস্তুত কৰিছে। ২৭৭ ফাঁকি পদত ৰচিত এই কাণ্ডটিৰ সম্পৰ্কত গ্ৰন্থকাৰে কৈছে-

সুন্দৰাকাণ্ডৰ ইটো কথা ৰুচিকৰ।
পাঞ্চসৰ্গে পাৰ্বতীত কহিলন্ত হৰ।।
.......শুনা সভাসদ অধি-আত্ম ৰামায়ণ।।
ৰামৰ চৰিত্ৰ ইটো পৰম শোভন।

শ্ৰীৰাম আতাই এই কাণ্ডটোৰ যোগেদিয়ে 'ৰামাৱত সম্প্ৰদায়'ত বিশেষ মান্যতা লাভ কৰা 'অধ্যাত্মৰামায়ণ'ৰ লগত অসমীয়া ভক্তসমাজক পৰিচিত কৰিছে। এইখিনিতে উল্লেখ কৰি যাওঁ যে, হেড়ম্বেশ্বৰ জয়চন্দ্ৰৰ সভাসদ পণ্ডিত ভৱানীনাথ দ্বিজবৰে পাঁচালীৰ আৰ্হিত ৰচনা কৰা 'শ্ৰীৰামচন্দ্ৰৰ অভিষেক' বোলা কাব্যখন 'আধ্যাত্মৰামায়ণ'ৰ অৱলম্বনত ৰচিত বুলি ডঃ মহেশ্বৰ নেওগে লিখিছে[২৪]। ১৯৮৫ চনত প্ৰকাশিত গীতা উপাধ্যায়ে অসমীয়ালৈ অনুৱাদ কৰা 'ভানুভক্ত ৰামায়ণ'খনো (মূল নেপালী ভাষাত ঊনবিংশ শতিকাত ৰচিত) অধ্যাত্মৰামায়ণৰে অনুৱাদ।

তিনিখনকৈ ৰামায়ণমূলক গ্ৰন্থ ৰচনা কৰা ৰঘুনাথ মহন্তৰ (খ্ৰী০ ১৮ শতিকা) 'কথাৰামায়ণ'ত আদিকাণ্ড, অযোধাকাণ্ড আৰু অৰণ্যকাণ্ড গদ্যত উপস্থাপন কৰা হৈছে। শিষ্ট নামৰ লেখক এজনে 'কিষ্কিন্ধাকাণ্ড'টো ৰচনা কৰি এই ৰামায়ণত সংযোজনা কৰে। ৰঘুনাথ মহন্তৰ জীৱনৰ অন্তিমভাগত ৰচিত এই সাহিত্যকৃতি বৈষ্ণৱ কৱিজনৰ ভক্তিভাৱৰ গভীৰতা, সংক্ষিপ্তকৰণৰ দক্ষতা, আৰু ভাষাৰ প্ৰাঞ্জলতাৰে এক অনুপম সৃষ্টি। আধুনিক ভাৰতীয় আৰ্যভাষাসমূহৰ ভিতৰত ৰঘুনাথৰ 'কথাৰামায়ণে'ই সৰ্বপ্ৰথম গদ্যত ৰচিত ৰামায়ণ। ৰঘুনাথৰ গদ্যৰ ভাষাটোত অংকীয়ানাটৰ ব্ৰজাৱলীৰ প্ৰভাৱো পৰিছে। শংকৰদেৱৰ 'ৰামবিজয়নাট'ৰ পৰা প্ৰসংগতঃ শাৰীয়ে শাৰীয়ে অনুকৰণ কৰাৰ দৰেই[২৫] ৰঘুনাথে মাধৱদেৱ, মাধৱকন্দলী আৰু অনন্ত কন্দলীৰ পদ্য গদ্যৰূপ দি লৈছে। ৰঘুনাথ মহন্তৰ অসম্পূৰ্ণ ৰামায়ণখনত কিষ্কিন্ধকাণ্ডটো সংযোজনা কৰা শিষ্ট নামৰ লেখকজনৰ উপস্থাপন পদ্ধতি, ভাষা আৰু পূৰ্বকৱিসকলকলক অনুকৰণ

কৰা আদি বিষয়ত তেওঁৰ ৰচনাংশ ৰঘুনাথৰ সৈতে একেশাৰীত থ'ব পৰা বিধৰ।

স্বৰ্গদেউ কমলেশ্বৰসিংহৰ (খ্ৰী০ ১৭৯৫-১৮১১) আৰু ৰাজমন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ পৃষ্ঠপোষকতাত শ্ৰীকান্ত সূৰ্যবিপ্ৰই গোস্বামী তুলসীদাসৰ অৱধী ভাষাত ৰচিত 'ৰামচৰিতমানস'ৰ 'লংকাকাণ্ড' আৰু 'উত্তৰাকাণ্ড'টি পদ্যত অসমীয়া ভাষালৈ অনুবাদ কৰে[২৬]। শ্ৰীকান্তৰ এই অনুবাদৰ আগতে অসমীয়া ভাষালৈ কোনো আধুনিক ভাৰতীয় ভাষাত ৰচিত গ্ৰন্থ অনূদিত হোৱা নাছিল। শ্ৰীকান্তই মূলৰ দৰেই তিনিযোৰা বক্তা-শ্ৰোতাৰ ক্ৰম ৰাখি (উমা-মহেশ্বৰ সংবাদ, কাক ভুশুণ্ডি-গৰুড় সংবাদ, যাজ্ঞবল্ক্য-ভৰদ্বাজ সংবাদ) 'ৰামচৰিত মানসখনি উপস্থান কৰিছে। সুলোচনাবৃত্তান্ত, অহি (মহী) ৰাৱণবধ আৰু নৰকান্তকবধৰ কাহিনী-- এই প্ৰক্ষিপ্ত অংশসমূহ 'ৰামচৰিতমানস'ৰ বহু পাঠতে আছে। শ্ৰীকান্তই তেনে পাঠ এটাকে পাইছিল নিশ্চয়। অনুবাদকে নিজাকৈও একোটা উপকাহিনী সংযোজনা কৰিছে। উদাহৰণ স্বৰূপে 'লংকাকাণ্ড'ত হনুমানৰ গৰ্বচূৰ্ণৰ উদ্দেশ্যে অৱতাৰণা কৰা উপকাহিনীটোত এটা মাছে সেতুবন্ধ গিলি থৈছে; ওষধিপৰ্বত আনিবলৈ যাওঁতে হনুমানে শিৱৰ গণসমূহক যুদ্ধত পৰাস্ত কৰা আৰু 'উত্তৰাকাণ্ড'ত অযোধ্যালৈ ঘূৰি অহাৰ পথত হনুমান, ৰাম, সীতা আৰু লক্ষ্মণে এজন এজনকৈ গৈ অঞ্জনাক সাক্ষাৎ কৰাৰ কাহিনীও কবিজনাৰ স্বকল্পিত কথা। উল্লেখযোগ্য যে 'ৰামচৰিতমানস'ৰ 'উত্তৰাকাণ্ড'ৰ কাহিনী বাল্মীকীয় ৰামায়ণৰ লগত নিমিলে।

'জৈমিনীয়াশ্বমেধপৰ্ব'ৰ পৰা কাহিনীভাগ লৈ গঙ্গা (ৰাম) দাসে ৰচনা কৰা (খ্ৰী০ ১৮ শতিকা) 'সীতাৰ বনবাস' নামৰ লঘুকাব্যত কৱিজনাৰ স্বকীয় উদ্ভাৱনাৰ বহুল পৰিচয় পোৱা যায়। সীতাৰ পুংসৱন উৎসৱলৈ জনকৰ লগতে জনকপত্নীও অহাৰ কথা, সীতাই ৰাৱণৰ চিত্ৰ অকাঁৰ কথা, বাল্মীকিয়ে বনত পাই সীতাক নি নিজ পত্নীক গতাই দিয়া, সীতানিৰ্বাসনৰ কথা শুনি ৰামৰ মাতৃসকলে বিলাপ কৰা আৰু "কি দোষে নিৰ্বাসন দিলন্ত সীতাক/কিয় ৰামে এই কথা নোসোধে আমাক' বুলি আক্ষেপ কৰা প্ৰভৃতি বহুতো নতুন উপাদানেৰে কৱিজনাই নিজাকৈ কাব্যৰ কাহিনীভাগ সজাই লৈছে। সীতাৰ মিছা অপবাদজনিত নিৰ্বাসনৰ কাৰুণ্য গঙ্গাদাসৰ কাব্যখনিত অন্তৰপৰশা হৈছে যদিও অসহায় নাৰীৰূপে খেদ কৰা সীতাই ৰামক অভিযুক্ত নকৰি ভকতীয়া গতত ৰামৰ গুণ-কীৰ্তন কৰিহে বিলাপ কৰিছে। 'সীতাৰ পাতালগমন' নামৰ কাব্যৰ ৰচয়িতা গঙ্গাগতিদাস এইজন কৱিৰে সৈতে অভিন্ন বুলি ডঃ মহেশ্বৰ নেওগে মত প্ৰকাশ কৰিছে[২৭]।

শ্ৰীচন্দ্ৰ ভাৰতীৰ ভণিতা থকা 'মহীৰাৱণবধ আৰু বৈতাল চণ্ডী উপাখ্যান' নামেৰে প্ৰকাশিত লঘুকাব্য এখনৰ কোনো কোনো পুথিত কৃত্তিবাসৰ ভণিতা থকা আৰু কোনোখনত আকৌ কাৰো ভণিতা নথকা পোৱা গৈছে[২৮]। (সম্ভাব্য সময় ১৮ শতিকাৰ প্ৰথমাৰ্ধৰ) এই কাব্যৰ মূল কাহিনীটোৰ জুমুঠিটো কৃত্তিবাসী ৰামায়ণত থকা অবাল্মীকীয় মহীৰাৱণৰ কাহিনীটোৰ লগত মিলে যদিও ইয়াৰ বহুকথাৰে উৎস অন্য ঠাইতহে। শ্ৰীকান্তৰ লংকাকাণ্ডত মূল 'ৰামচৰিতমানসৰ'ৰ কেইবাটাও পাঠত থকা যিটো 'অহিৰাৱণবধ'ৰ কাহিনী আছে, তাৰ লগত এই মহীৰাৱণবধৰ মিল সুস্পষ্ট। আন হাতেদি 'জৈমিনি-ভাৰত'ৰ অন্তৰ্ভুক্ত বুলি স্বীকৃত 'মৈৰাৱণ-চৰিত'ত থকা কথাৰ লগত আমাৰ 'মহীৰাৱণবধ'ৰ মিল থকা অংশটো হৈছে মহীৰাৱণে বিভীষণৰ বেশ ধৰি শিবিৰ-ৰখীয়া হনুমানক ছলনা কৰি ৰাম-লক্ষ্মণক হৰণ কৰি নিছিল, আৰু পাতালপুৰীৰ যিজন দ্বাৰৰক্ষীক পৰাস্ত কৰি তেওঁৰ সহায়ত হনুমানে পাতাল-লংকাত প্ৰৱেশ কৰিছিল, সেইজন মৎস্যপাল নামেৰে হনুমানৰ পুত্ৰ আছিল[২৯]। 'ৰামচৰিত- মানস'ত (লংকাকাণ্ডত) হনুমানৰ পুত্ৰ এই দ্বাৰপালৰ নাম 'মকৰধ্বজ' আৰু অসমীয়া মহীৰাৱণবধত এই চৰিত্ৰটোৰ নাম মৎস্যৰঙ্গ বা মাছৰোকা চৰাই। কৃত্তিবাসী ৰামায়ণত থকাৰ দৰে দশৰথ, কৌশল্যা আৰু জনকৰো ৰূপ ধাৰণ নকৰি কেৱল বিভীষণৰ ৰূপ ধৰিহে মহীৰাৱণে (অহিৰাৱণ) ৰাম-লক্ষ্মণক হৰণ কৰা বুলি 'জৈমিনিভাৰত', 'ৰামচৰিতমানস'ৰ লংকাকাণ্ডত থকাৰ দৰে 'মহীৰাৱণবধ'তো কোৱা হৈছে। 'লংকাকাণ্ড'ত থকাৰ দৰেই এই কাব্যতো মালিনীৰ-মালাত সোমাই গৈ হনুমানে দেৱীমন্দিৰত প্ৰবেশ কৰিছে। সেই একেদৰে হনুমানে দেৱীৰ ৰূপ ধৰি নৈবেদ্য গ্ৰহণ কৰিছে। মুঠতে 'মহীৰাৱণ'বধৰ কাহিনীত কৃত্তিবাসী ৰামায়ণতকৈ উক্ত দুই ঠাইত থকা কাহিনীৰ মিলহে বেছি। মহীৰাৱণ বা মৈৰাৱণবধৰ কাহিনীটো ভাৰতীয় আৰু দক্ষিণ-পূৱ এচিয়াৰ বিভিন্ন ৰামায়ণত প্ৰচলিত আছে। গতিকে অসমীয়া 'মহীৰাৱণবধ' কাব্যৰ কাহিনীভাগৰ উৎস (লোককথাৰ মাধ্যমতো হ'ব পাৰে) কৃত্তিবাসী ৰামায়ণ নহৈ অন্যহে হ'ব লাগিব। 'মহীৰাৱণবধ'ত মহীৰাৱণৰ মৃতপত্নীৰ গৰ্ভত জন্মা, শিৰৰ বৰত অবধ্য হোৱা গৰ্ভাসুৰক 'অহৰ্নিশে লংকা কৈত' বুলি ডাক দিয়া ঘৃণনীয় পক্ষী হ'বলৈ ৰামে শাপ দিছে। আনহাতেদি কৃত্তিবাসী ৰামায়ণত মহীৰাৱণৰ পুত্ৰ অহিৰাৱণক হনুমানে বায়ুদেৱতাৰ সহায়ত শিলত আছাৰি বধহে কৰিছে। 'মহীৰাৱণবধ' কাব্যত বৈতালচণ্ডী হনুমন্তৰ হাতত নিহত হোৱা বিলক্ষণ কাহিনীটো অন্য কোনো ৰামায়ণতে নাই।[৩০]

মাধৱকন্দলীৰ ৰামায়ণকে মুখ্য কৰি সমগ্ৰ অসমীয়া ৰামায়ণী সাহিত্যতে লেখকসকলৰ স্বকল্পিত অনেক সৰু-সুৰা কাহিনী পোৱা যায় যদিও ৰামায়ণ-

আশ্ৰিত কল্পিত কাহিনীৰে কাব্য ৰচনা কৰাৰ ক্ষেত্ৰত 'শত্ৰুঞ্জয়' আৰু 'অদ্ভুত ৰামায়ণ'ৰ ৰচয়িতা ৰঘুনাথ মহন্তৰ নাম অগ্ৰগণ্য। এই কাব্য দুখনত স্বকল্পিত চমৎকাৰ কথা কিছুমান ৰামায়ণৰ লগত জড়িত কৰি বৰ্ণনা কৰিছে। সৰস কাব্যিক আস্বাদশূন্য এই কাব্য দুখনত যুক্তিতৰ্কৰ জালত বন্দী অনেক দাৰ্শনিক তত্ত্বৰ সঘনে প্ৰকাশ ঘটিছে। কৱিজনাৰ প্ৰথম কৃতিৰূপে স্বীকৃত (১৭৩৮ চন) 'শত্ৰুঞ্জয়'ৰ ঘটনাৱলী 'কিষ্কিন্ধাকাণ্ড'ৰ লগত আৰু ইখন কাব্য 'অদ্ভুতৰামায়ণ'ৰ ঘটনাৱলী 'উত্তৰকাণ্ড'ৰ সীতাৰ পাতাল প্ৰৱেশৰ লগত জড়িত কৰি লোৱা হৈছে। কাব্যগুণ স্বল্প হ'লেও এই দুই কাব্যত দাৰ্শনিক, ঐতিহাসিক আৰু সামাজিক দিশত বিচাৰ কৰি চাবলগীয়া বিষয় ভালেখিনি আছে।

'শত্ৰুঞ্জয়'ত প্ৰথমতে বিষ্ণুৰ অৱতাৰসমূহ বৰ্ণনা কৰি লৈ ৰাৱণবধৰ উদ্দেশ্যে ব্ৰহ্মা আদি দেৱতাসকলে বিষ্ণুক গৈ স্তুতি কৰা বিষ্ণুৰ আদেশত দেৱগণে বানৰ জন্ম লোৱা, হনুমন্তই অসীম বীৰত্বৰ বলত জগতৰ সমস্ত কপি ৰাজ্য জয় কৰি কপি গণক বালীৰ সেনা কৰি দিয়াৰ চমৎকাৰ বৰ্ণনা প্ৰস্তুত কৰিছে (১৬৩২ পদ পৰ্যন্ত)। তাৰ পিছত শংকৰ-মাধৱৰ আৰু মাধৱ কন্দলীৰ অনুৰূপে সমগ্ৰ ৰামায়ণৰ সাৰ (২০৭৪ পদ পৰ্যন্ত) দাঙি ধৰিছে। কাব্যখনত সঘনে দীঘলীয়া তত্ত্ব- উপদেশ আৰু ৰাজনীতিৰ উপদেশ জুৰি দিয়াৰ উপৰিও অনাৱশ্যকভাৱে কৃষ্ণলীলাও (২০৭৫-২১০৮) বৰ্ণনালৈ আনিছে।

সীতাক শক্তিৰূপে প্ৰতিপন্ন কৰা সংস্কৃত 'অদ্ভুত ৰামায়ণ'ৰ পৰা ৰঘুনাথে প্ৰেৰণা পাইছিল যদিও তেওঁৰ ' অদ্ভুত ৰামায়ণ' কাব্যখনৰ কাহিনীৰ লগত সংস্কৃত 'অদ্ভুত ৰামায়ণ'ৰ কোনো সম্পৰ্ক নাই। সীতা পাতাললৈ যোৱাৰ পিছত মাতৃহীন অৱস্থাত দুখত পৰা লৱ-কুশক সীতাই বাসুকীক পঠাই হৰণ কৰাই অনা, হনুমন্তই যোগসাধ্য মায়াৰ বলত লৱ-কুশক উদ্ধাৰ কৰা আৰু হনুমন্তৰ চেষ্টাত ৰাম-সীতাৰ পুনৰ্মিলন ঘটাৰ বিচিত্ৰ কাহিনী এই কাব্যত বৰ্ণোৱা হৈছে। গ্ৰন্থৰ অন্তত 'মাৰ্কণ্ডেয় ঋষি যুধিষ্ঠিৰ আগে কৈলা' আৰু 'ব্যাসৰ কৱিতা আৰ অৰ্থ গুৰুত'ৰ বুলি কবিয়ে কাব্য কাহিনীটো মহাভাৰতৰ বনপৰ্বত থকা 'ৰামোপাখ্যান'ৰ লগত জড়িত কৰি তাক প্ৰামাণিক কৰি তুলিব খুজিছে। উল্লেখযোগ্য যে ৰঘুনাথ মহন্তৰ 'অদ্ভুত ৰামায়ণ'ৰ কাহিনীকে লৈ পঞ্চানন নামৰ লেখক এজনে 'পাতালীকাণ্ড ৰামায়ণ' নামেৰে কাব্য এখন ৰচনা কৰিছিল। কাব্যখনত ৰঘুনাথৰ পদ্য আৰু কাব্যৰো অনুকৰণ কৰা দেখা যায়।

ধনঞ্জয় নামৰ লেখকৰ 'গণক চৰিত্ৰ' বা মন্দোদৰীৰ মণি হৰণ' নামৰ এখনি সৰু কাব্যতো (১৪৬ ফাঁকিপদৰ) ৰামায়ণৰ ভেজা লৈ এটা কল্পিত

কাহিনী দাঙি ধৰা হৈছে। কাব্যখনৰ বিষয়বস্তু হৈছে বুদ্ধিমান, কাৰ্যসাধনৰ উপায়জ্ঞ, ৰামৰ বিশ্বস্ত অনুচৰ হনুমন্তৰ এক সাৰ্থক অভিযান। বাল্মী০ ৰামায়ণৰ 'সুন্দৰকাণ্ডত' বিড়ালৰ বেশ ধৰি হনুমানে লংকাত প্ৰৱেশ কৰাৰ দৰে এই কাব্যখনত অন্য এক প্ৰসংগত হনুমানে বিড়ালৰ বেশ ধৰি লংকাত থকা সীতাৰ ওচৰলৈ গৈছে। মাধৱ কন্দলীৰ ৰামায়ণত হনুমন্তই সৌৰাষ্ট্ৰ ব্ৰাহ্মণৰ বেশ ধৰি ৰাৱণৰ সভালৈ যোৱাৰ দৰে এই কাব্যত হনুমন্তই গণকৰ বেশ ধৰি লংকাত প্ৰৱেশ কৰিছে। উল্লেখযোগ্য যে বাংলা ৰামায়ণী কথাত হনুমানক জ্যোতিষী ৰূপতো পোৱা যায়।

বিড়ালৰূপী হনুমন্তই মন্দোদৰীৰ বক্ষস্থলত ক্ষত কৰি মণি হৰণ কৰাৰ পিছত অশোক বনলৈ যোৱা, ৰাৱণে মায়াৰ দ্বাৰা ৰাম, লক্ষ্মণ, জাম্বৱন্ত আদি সৃষ্টি কৰা, মায়াসৃষ্ট ৰামক সীতাৰ সমুখতে বধ কৰিবলৈ ওলোৱাৰ সময়তে গণকৰূপী হনুমন্তই মন্দোদৰীৰ মণিধাৰ দেখুৱাই ৰাৱণক ব্যতিব্যস্ত কৰি তোলা ইত্যাদি বিচিত্ৰ কল্পনাপ্ৰসূত কথামালাৰে ধনঞ্জয় কৱিয়ে অতি কম পৰিসৰৰ ভিতৰতে কবিকল্পনাৰ চাতুৰ্য প্ৰকাশ কৰিছে।

'লক্ষ্মণৰ শক্তিশেল' নামৰ কাব্য এখনিত ৰামসৰস্বতীৰ ভণিতা পোৱা যায় যদিও[৩১] ডিব্ৰুগড়ৰপৰা চাৰিবাৰকৈ মুদ্ৰিত হোৱা শক্তিশেল নামৰ সৰু কাব্যখনিত কন্দলী'ৰ নামেৰেহে ভণিতা দিয়া আছে। কোনো অখ্যাত কৱিয়ে খ্যাতিমান কবিসকলৰ নাম এইদৰে জুৰি দি হয়তো জনপ্ৰিয়তা লাভৰ চেষ্টা কৰিছিল। লক্ষ্মণ শক্তিশেল- বিদ্ধ হোৱাৰ প্ৰসংগত এটা স্বকল্পিত কাহিনী সংযোগ কৰি কাব্যখনৰ কথাবস্তু প্ৰস্তুত কৰি লৈছে। ইয়াত থকামতে লক্ষ্মণৰ কাৰণে ঔষধ আনিবলৈ যোৱা হনুমন্তক ৰাৱণে পঠোৱা মহাকাল নামৰ ৰাক্ষসে ছলনা কৰি নি পাতালপুৰী পোৱায়গৈ। ৰাক্ষসক বধ কৰাৰ পিছত তিনি কোটি গন্ধৰ্বৰ সৈতে ৰজা হুহুকক পৰাস্ত কৰি মণিপৰ্বতটো ঔষধৰ সৈতে হনুমন্তই লৈ আহে। ঔষধ প্ৰস্তুত কৰিবৰ কাৰণে যি যি বস্তু বিচাৰিছিল সেইবিলাক আৰু ঔষধ বাতিবলৈ অপ্সৰা আনি দিয়া সত্বেও বৈদ্যই ৰামৰ কাৰ্যত নানা অজুহাতত হেলা কৰিলে। অৱশেষত হনুমন্তৰ ক্ৰোধত ত্ৰস্তমান হৈ বৈদ্যই ঔষধ সময়মতেই প্ৰস্তুত কৰি দিলে। ঔষধ খাই লক্ষ্মণ সুস্থ হৈ পৰাত ৰামৰ শিবিৰত আনন্দ-উল্লাস হোৱাতে কাব্যখনৰ সামৰণি পৰিছে।

ভৱদেৱ বিপ্ৰই স্বকল্পিত কাহিনীৰে ৰচনা কৰা 'নাগাক্ষৰ যুদ্ধ'বা 'শ্ৰীৰামৰ অশ্বমেধ পৰ্ব' (২৭০ ফাঁকি পদৰ) নামৰ কাব্যখনৰ কাহিনীভাগ ৰামায়ণৰ উত্তৰাকাণ্ডৰপৰা লোৱা বুলিছে [৩২] যদিও কোনো ৰামায়ণৰে উত্তৰাকাণ্ডত

সেই কাহিনীটো নাই। এই কাব্যত ৰামৰ অশ্বমেধৰ উদ্দেশ্যে বিশিষ্ট লক্ষণযুক্ত ঘোঁৰা আনিবলৈ গৈ হনুমন্তই সিন্ধুৰাপুৰত মহাপৰাক্রমেৰে যুদ্ধ কৰি ঘোঁৰা অনাৰ কাহিনী বৰ্ণিত হৈছে। ' জৈমিনীয়ামশ্বমেধ'ত ব্যাস মুনিৰ ব্যৱস্থামতে ভীমৰ লগত যোৱা মেঘবৰ্ণ আৰু বৃষকেতুৱে চমৎকাৰপূৰ্ণ বিক্রম দেখুৱাই ভদ্রাৱতীপুৰৰপৰা ৰজা যৌৱনাশ্বক পৰাস্ত কৰি যুধিষ্ঠিৰৰ যজ্ঞৰ কাৰণে ঘোঁৰা অনাৰ কথা বৰ্ণোৱা হৈছে। ভৱদেৱে সেই কাহিনীৰ অনুৰূপে 'নাগাক্ষ যুদ্ধ'ৰ কাহিনীটো কল্পনা কৰি লৈছে যেন ধাৰণা হয়। সেইদৰে হনুমন্তৰ মায়াসিদ্ধ বীৰত্বৰ কল্পনা ভৱদেৱে ৰঘুনাথ মহন্তৰ 'শত্ৰুঞ্জয়' ৰ আৰ্হিতে কৰিছে যেন লাগে। কাব্যখনত ভক্তি সাহিত্যৰ লক্ষণ প্ৰকাশ পোৱা দেখা যায় [৩৩]।

খ্ৰীঃ ১৭১৮ শতিকাত ৰচিত ৰামায়ণৰ কেইবাটাও কাণ্ডৰ অনুৱাদ কোচবিহাৰৰ ৰাজকীয় গ্ৰন্থাগাৰত সংৰক্ষিত আছে বুলি কৈ ড° সত্যেন্দ্ৰ নাথ শৰ্মাই সেইবিলাকৰ লেখকসকলৰ বেছিভাগেই কামৰূপৰ ব্ৰাহ্মণ যদিও ৰচনাখিনিৰ ভাষা বঙলুৱা বুলিছে [৩৪]।

অংকীয়া নাটৰ আৰ্হিত ৰচিত অসংখ্য ৰামায়ণমূলক নাটকৰ ভিতৰত শংকৰদেৱৰ 'ৰামবিজয়' নাটেই বাটকটীয়া। তাৰ পিছত সময়ৰ ক্ৰম অনুসৰি মোৱামৰীয়া মহন্ত নিত্যানন্দৰ 'মাৰীচবধ' আৰু 'সীতাৰ পাতাল গমন' (১৬৫০ খ্ৰীঃৰ আগৰ), সলগুৰি সত্ৰৰ মহন্ত গোপালচৰণদেৱৰ 'দুৰ্বাসাভোজন' 'সীতাহৰণ' আৰু 'সীতাৰ পাতালযাত্ৰা', বালিসত্ৰৰ লক্ষ্মীদেৱ আতাৰ 'ৰাৱণবধ', দিহিংসত্ৰৰ কৈৱল্যনন্দন দেৱৰ ' শ্ৰীৰামচন্দ্ৰ জন্ম' (গীতখিনিহে অসমীয়া, বাকীঅংশ সংস্কৃত) আদি নাট উল্লেখযোগ্য। শংকৰদেৱৰ অনুগামী বৈষ্ণৱসকলৰ ভিতৰতো বিষ্ণুতকৈ শক্তি বা দেৱীত অধিক গুৰুত্ব দি নাট ৰচনা কৰাটো বিশেষভাৱে মন কৰিবলগীয়া কথা। শক্তিৰূপা সীতাই ৰাৱণবধ কৰাৰ কাহিনীৰে ৰচিত ৰমাকান্তৰ (১৮৭৭-১৯০০ চন) 'শতস্কন্ধ ৰাৱণবধ' নাট আৰু বিশ্বম্ভৰদেৱৰ (১৯০০- ১৯৩০ চন) 'সহস্ৰস্কন্ধ ৰাৱণ বধ' নাটলৈ এই বিষয়ত আঙুলিয়াব পাৰি।

আধুনিক অসমীয়া ভাষাত ১৯৫০ চনলৈকে খ্যাত-- অখ্যাত বহুজন নাট্যকাৰে ৰামায়ণৰ কাহিনীৰে নাটক ৰচনা কৰিছে। ৰমাকান্ত চৌধুৰীৰ 'সীতা হৰণ'(১৮৭৫ চন) 'ৰাৱণবধ'ৰপৰা আৰম্ভ কৰি চন্দ্ৰধৰ বৰুৱাৰ 'মেঘনাদ বধ' (১৯০৪), দুৰ্গেশ্বৰ শৰ্মাৰ 'বালীবধ' (১৯১২), মিত্ৰদেৱ মহন্তৰ 'বৈদেহী বিয়োগ', দণ্ডিনাথ কলিতাৰ 'অগ্নি পৰীক্ষা', অতুল হাজৰিকাৰ 'শ্ৰীৰামচন্দ্ৰ', আনন্দচন্দ্ৰ বৰুৱাৰ 'বিসৰ্জন', লক্ষ্যধৰ চৌধুৰীৰ 'ৰক্ষকুমাৰ' ইত্যাদি নাটকত ভাষা, ছন্দ,

কথাবস্তুৰ প্ৰতি দৃষ্টিভংগী প্ৰভৃতি সকলো বিষয়ত নতুনত্বৰ পোহৰ পৰিছে।

আধুনিক অসমীয়া ভাষাত সৰ্বপ্ৰথম কাব্য, (সংস্কৃত কাব্যশাস্ত্ৰই বিধান কৰাৰ নিচিনাকৈ সৰ্গবন্ধ ৰূপত) সাতোটা সৰ্গত ভোলানাথ দাসে 'সীতাহৰণ কাব্য' ৰচনা কৰে। কাহিনাভাগত কৃত্তিবাসী প্ৰভাৱ আছে যদিও কৱিজনাৰ স্বকীয় বৈশিষ্ট্য কাব্যখনত উজ্জ্বলৰূপত প্ৰকাশ পাইছে। মাইকেল মধুসূদন দত্তৰ আৰ্হিৰে অমিত্ৰাক্ষৰ ছন্দত ৰচিত কাব্যখনত অৱশ্যে মধুসূদনীয় বৈপ্লৱিক চিন্তাৰ পৰিচয় পোৱা নাযায়। স্বকীয় উদ্ভাৱনাৰে কাহিনীটো সমৃদ্ধ কৰা যত্নও কাব্যখনত আছে [৩৫]। সংস্কৃত তৎসম আৰু তদ্ভৱ শব্দৰ প্ৰচুৰ ব্যৱহাৰেৰে ভোলানাথে অসমীয়া ভাষাৰ শব্দ ভাণ্ডাৰ সমৃদ্ধ কৰিছে যদিও আনহে নালাগে সংস্কৃততো বিৰল প্ৰয়োগ হোৱা শব্দ ব্যৱহাৰে কাব্যখনৰ ৰসাস্বাদনত বাধাৰ সৃষ্টিও কৰিছে। উদাহৰণস্বৰূপে—

(১) দৰ্বনাথ ! দৰ্বশূণ্য দৰ্বোপনিৱেশ।

(২) কহিল কৰ্বুৰপতি কহিয়ো কনিষ্ঠে।

(৩) ৰহিব কুখ্যাতি খ্যাত কীলালপ কুলে।

ওপৰত দেখাতে অচিনাকি শব্দবোৰৰ ব্যৱহাৰ সংস্কৃত সাহিত্যতো বিৰল।

ভোলানাথ দাসৰ পিছত ৰামায়ণমূলক দুই এখন বিশেষত্বহীন ৰামায়ণমূলক খণ্ডকাব্য ৰচিত হৈছে। জ্যোতি প্ৰসাদ আগৰৱালাই 'আদিকাণ্ড'ৰ কথাৰে ৰচনা কৰা 'জ্যোতিৰামায়ণ' খন অকণিহঁতৰ উদ্দেশ্যে লিখা হৈছিল বুলিছে যদিও তাত পূৰ্ণবয়স্কসকলৰ কাৰণেও গভীৰ তত্ত্বৰ সম্বল সোমাই আছে। জ্যোতিপ্ৰসাদৰ মতে সত্বগুণৰ অৱতাৰ, ন্যায়ৰ প্ৰতিষ্ঠাতা, শান্তিৰ বাহক, ৰাম সংস্কৃতিৰ ৰক্ষক আৰু দুস্কৃতি নাশক। কমলেশ্বৰ চলিহাই (১৯৫৬ চনত ৰচিত) কৰা বাল্মিকীয় ৰামায়ণৰ 'উত্তৰাকাণ্ড'ৰ অনুবাদটিয়েই অসমীয়া ভাষাত অন্তিম ৰামায়ণী কাব্য। গোস্বামী তুলসীদাসৰ 'ৰামচৰিতমানস'ৰ দুটাকৈ [৩৬] গদ্যানুবাদ অসমীয়া ৰামায়ণী সাহিত্যত বিশেষ সংযোজনা। তাৰ লগতে কাৰ্বিভাষাৰপৰা অনুবাদ কৰা 'ছাবিন আলুন'ৰ দুটা পাঠ আৰু খামতিভাষাৰপৰা কৰা 'লিক্‌চাউ লামাঙ' নামৰ ৰামায়ণৰো নাম ল'ব লাগিব।

'উত্তৰাকাণ্ড' নামেৰে সীতা বনবাস সম্পৰ্কীয় কাহিনীৰে ত্ৰৈলোক্য ভট্টাচাৰ্যই ৰচনা কৰা উপন্যাসখন অসমীয়া ভাষাত সৰ্বপ্ৰথম ৰামায়ণমূলক উপন্যাস (১৯৮৭ চন)। খৰ্গেশ্বৰ ভূঞাই আলোচনীৰ পাতত লিখা 'যথা দৈৱ তথা জয়' নামেৰে ৰামায়ণৰ সম্পূৰ্ণ কাহিনীটো লৈ লিখা উপন্যাসখনত ৰামায়ণী

ঘটনাৰ যুগপোযোগী ব্যাখ্যা দিয়াৰ চেষ্টা কৰিছে। এনেকুৱা ৰামায়ণী সাহিত্যসমূহৰ মূল্যায়নৰ কাৰণে সাহিত্যতত্ত্বৰ উপৰিও ঐতিহাসিক, পুৰাতাত্ত্বিক বিচাৰৰ আৱশ্যক হয়।

**সন্দৰ্ভসমূহ ঃ**

১. ডিম্বেশ্বৰ নেওগৰ 'নতুন পোহৰত অসমীয়া সাহিত্যৰ বুৰঞ্জী' (১৯৯৩ গুৱাহাটী) পৃঃ ৮২ ।

২. ডঃ মহেশ্বৰ নেওগৰ 'অসমীয়া সাহিত্যৰ ৰূপৰেখা' (১৯৬৪, গুৱাহাটী) পৃঃ ৫৮।

৩. হৰিনাৰায়ণ দত্তবৰুৱা সম্পাদিক সাতকাণ্ড 'ৰামায়ণ' (১৯৫৩, গুৱাহাটী), ১৪৯২-১৫১৫ পদ।

৪. উক্ত গ্ৰন্থ, ৬৬৮৪-৮৭ পদ।

৫. উক্ত গ্ৰন্থ ৩৯৬৫-৬৮ পদ।

৬. উক্ত গ্ৰন্থ ৪৮২১-২৩ পদ আৰু ৬৬৮৪-৮৭ পদ।

৭. উক্ত গ্ৰন্থৰ 'উত্তৰাকাণ্ড', ৭০১৭ পদ।

৮. শংকৰদেৱৰ 'অমৃতমথন' কাব্য, ৩১১পদ।

৯. ডঃ লক্ষ্মীদেৱীৰ 'অসম দেশৰ বুৰঞ্জী' (গুৱাহাটী ১৯৭৫), পৃঃ ৭২।

১০. কেশদা মহন্তৰ 'বিচিত্ৰ ৰামায়ণী কথা' (যোৰহাট, ১৯৮৬, লৱ-কুশ আৰু ৰামৰ যুদ্ধ ঃ কাহিনীৰ উৎপত্তি আৰু ক্ৰমবিকাশ' শীৰ্ষক ৰচনা।

১১. ময়ি পাপিষ্ঠক কথা সোধা কিকাৰণে।
মোৰ সম অধৰ্ম নাহিকে ত্ৰিভুবনে। ১২৭, লৱ-কুশৰ যুদ্ধ, গুৱাঃ ১৯৫৪।

১২. যায়োক লক্ষ্মণ তুমি আছা কোন কাজে।
নিমাখিতী সীতা পৰি থাকো বন মাজে।।
তোমাৰ নাকাঢ়ো দোষ ৰামে নিকালন্তে।
পাঞ্চে কি কৰিব পাৰে মূধে উৰুযন্তে।। ১৩৮
.......... সবে হন্তে ৰামক যে কৰিব সেৱন।।
যেনমতে মহা সুখে থাকন্ত ৰাঘৱ।
লোক অপবাদ যেন নপাৱন্ত দেৱ।। ১৪১
........... মোক লাগি শাশুলোক এৰন্ত সন্তাপ।
ৰামক পালন্তো মোক এৰিয়োক চিন্তা।........১৪২, লৱ-কুশৰ যুদ্ধ।

১৩. এহিমানে পাতালীকাণ্ডৰ কথা গৈল।। ৭১৪৫

পাতালখণ্ডৰ কথা এহিমানে গৈল তথা
শুনিলাহা সামজিকবৰ্গ।
শুনা স্বৰ্গখণ্ড আবে যেনমতে সামৰাজে
শ্ৰীৰামচন্দ্ৰ গৈলা স্বৰ্গ।।........৭১৪৯,
সাতকাণ্ড 'ৰামায়ণ'।

১৪. জৈমিনীয়াশ্বমেধপৰ্ব, (গীতাপ্ৰেছ সংস্কৰণ), ২৬/৪-৫ শ্লোক।

১৫. লৱ-কুশৰ যুদ্ধ ২১-২২ পদ।

১৬. माधवदेवकृत असमीया बालकाँडकी सबसे बड़ी विशेषता यही है कि यह कृत्तिवासीय रामायणपर आधारित है। ৰামকথা, ২৮৩ অনুচ্ছেদ।

১৭. বাংলাৰ সাহিত্য ইতিহাস, (সাহিত্য অকাদেমী, ১৯৫৩), পৃঃ ৫৮।

১৮. 'অসমীয়া সাহিত্যৰ ৰূপৰেখা, পৃ ঃ ১২৮।

১৯. এইখিনি তথ্য ডঃ কামিল বুল্কেৰ 'ৰামকথা'ৰ পৰা লোৱা হৈছে।

২০. The remaing two books (i.e. v and VI) of Ananta Kandali's Ramayan have not been found any where hitherto. Dogged attempts are being made to trace these two cantos, but uptill now these have not yielded any fruit. So we are compelled to conclude that either he did not do them, or that he did them, but are now irrecoverably lost.

___ Dr. Nabin Chandra Sharma, 'A critical study of Ananta Kandali's works'. (typed copy) page 85.

ডঃ কৃষ্ণনাৰায়ণ প্ৰসাদ মাগধৰ 'অসম প্ৰান্তীয় ৰাম কথা'ত উদ্ধৃত, পৃঃ১৬০

২১. মাধৱ কন্দলী বিৰচিলা ৰামায়ণ।
তাক শুনি আমাৰ কৌতুক কৰে মন।।
ৰামৰ শৰণ্য গুণ কথা যথাৱত।
ভজনীয় গুণ যত নভৈল বেকত।।
এতেকেসে যত্ন কৰো ভকতিৰ পদে।
নুবুলিবা নিন্দাবাণী শুনি সভাসদে।। (অযোধ্যাকাণ্ড ১৩-১৪পদ।)

আৰু

আমি অল্পমতি নাজানো ভকতি
ৰচিলো শাস্ত্ৰক চাই ।
ভাগৱত ৰস মিসলাইলো কিছু
কৃষ্ণৰ কৃপাক পাই।।

(অযোধ্যা ঃ ১০০৬ পদ)

২২. ড° সত্যেন্দ্ৰনাথ শৰ্মাৰ 'অসমীয়া সাহিত্যৰ ইতিবৃত্ত' (বাণী প্ৰকাশ (১৯৫৯) পৃষ্ঠা - ৯৮।

২৩. তুলনীয়-
মাধৱকন্দলীৰ ঃ

প্ৰাসাদ নামত ৰথ কৰি পৰিত্যাগ।
পাছত সুমন্ত্ৰ ৰামচন্দ্ৰ ভৈল আগ।।
বাপক দেখিলা ৰাম প্ৰাসাদ উপৰে।
কুবেৰ আছন্ত যেন কৈলাস শিখৰে।। ১৫৩৪
সুবৰ্ণৰ আসনক কৰিলা আদেশ।
তাহাতে বসিলা ৰমচন্দ্ৰ হৃষীকেশ।।
ৰামৰ দীপিতি সিংহাসনত লাগিল।
ৰবিৰ কিৰণে যেন মেৰু উজ্জ্বলিল।। ১৫৩৬
ৰামক দেখিলা ৰাজা হৰষিত মনে।
দৰ্শনত প্ৰতিবিম্ব যেহেন আপনে।।
সভাখনে ভৈল যেন নিৰ্মল গগন ।
ৰাজাসব ভৈল যেন নক্ষত্ৰ শোভন।। ১৫৩৭
ৰাঘৱৰ কান্তি চন্দ্ৰ সমান বলিল।
স্বৰ্গৰ খণ্ডেক যেন ভূমিত পৰিল।।
অল্প হাস্য কৰিয়া বোলন্ত দশৰথ।
শুনিয়োক শ্ৰীৰাম তোমাৰ হিতপথ।। ১৫৩৮
জনক পালিবা বুজিবাহা ৰাজকাজ।
পুণ্যযোগে তোমাক পাতিবো যুৱৰাজ।। ইত্যাদি

অনন্ত কন্দলীৰ 'ৰামায়ণ'ত অযোধ্যাকাণ্ডৰ একে প্ৰসংগত আছে—

প্ৰাসাদ নামত ৰথ কৰি পৰিত্যাগ।
পাচত সুমন্ত্ৰ ৰামচন্দ্ৰ ভৈলা আগ।।
পিতৃক দেখিলা ৰাম প্ৰাসাদ উপৰে।
শংকৰ আছন্ত যেন কৈলাস শিখৰে।।
সুবৰ্ণ আসন দিতে কৰিলা আদেশ।
তাতে বসিলন্ত ৰামচন্দ্ৰ হৃষীকেশ।।
ৰামৰেসে কান্তি জ্বলে আসনত কৰি।
ৰবিৰ কিৰণে যেন জ্বলে মেৰু গিৰি।।
ৰামক দেখিয়া ৰাজা হৰিষ মনত।
আপোনাৰ বিম্ব যেন দেখে দৰ্পণত।।
সভাস্থল ভৈলা যেন নিৰ্মল আকাশ।
ৰাজা প্ৰজা ভৈল যেন নক্ষত্ৰ প্ৰকাশ।।
প্ৰকাশন্ত ৰামচন্দ্ৰ পূৰ্ণচন্দ্ৰ যেন।
পৃথিৱীত পৰি শোভে যেন স্বৰ্গখান।।
হাস্য কৰি ঈষত বোলয় দশৰথ।
শুনিয়োক ৰামচন্দ্ৰ কহো হিতপথ।।
পালিবা প্ৰজাক বুজিবা ৰাজকাজ।
পূণ্যযোগে তোমাক পাতিবো যুৱৰাজ।।

২৪. অসমীয়া সাহিত্যৰ ৰূপৰেখা, পৃঃ ২১৯।

২৫. উদাহৰণ স্বৰূপে তুলনীয় ——

(ৰামবিজয়নাটত বিশ্বামিত্ৰ-দশৰথৰ কথোপকথন প্ৰসংগত) হে মুনিৰাজ, তোহাৰ পদৰসে আজু অযোধ্যাপুৰ পৱিত্ৰ ভেল। তব দৰশনে হামাৰ জনম সাফল ভেল। x x x হে নৃপতে, তোহো পৃথিৱীত কল্পতৰু। তোহাৰ ঠাই প্ৰাৰ্থক কবহু বিমুখ নাহি হয়। ইহাক জানো। কিন্তু হামাৰ প্ৰয়োজন শুনহ। হামু সিদ্ধাশ্ৰমত যজ্ঞ আৰম্ভল। তাহেক মাৰীচ সুবাহু দোহো ৰাক্ষস বহুত বিঘিনি আচৰয়। সে যজ্ঞ ৰক্ষা নিমিত্তে তোহাৰ ৰাম-লক্ষ্মণ দোহো কুমাৰক হামাৰ সঙ্গে পঠাব, তবে হামাৰ মনোৰথ সিদ্ধ হয়।

আনহাতেদি 'কথাৰামায়ণ'ত আছে ---

হে ঋষিৰাজ, তোহাৰ পদপংকজৰজে অযোধ্যা পূত ভৈল। তোহাৰ দৰশনে আমাৰ জন্ম সাৰ্থক ভৈল। আজু যে আজ্ঞা হয় হামু সত্যে সত্যে কৰব। ঋষি বোলন্ত-- হে নৃপ, তোহো পৃথিৱীক কল্পতৰু। তোহাৰি ঠামে কবহু বিমুখ নাহি হোই। এতেকে হামাৰ প্ৰাৰ্থনা সুনহ। হামু সিদ্ধাশ্ৰমত জজ্ঞ আৰম্ভলো। তাহাংক মাৰীচ সুবাহু সমে ৰাক্ষসগণে বাৰম্বাৰ বিনাশ কৰে। সে যজ্ঞৰক্ষাৰ নিমিত্তে ৰাম-লক্ষ্মণ দোহো কুমাৰ সঙ্গে পথাৱ, তেবে সব প্ৰয়োজন সিদ্ধ হৱে।

২৬. এই দুয়োটা কাণ্ড যথাক্ৰমে ড° মহেশ্বৰ নেওগৰ আৰু কেশদা মহন্তৰ দ্বাৰা সম্পাদিত হৈ অসম সাহিত্য সভাৰ দ্বাৰা ১৯৭৫ আৰু ২০০০ চনত প্ৰকাশিত হৈছে।

২৭. অসমীয়া সাহিত্যৰ ৰূপৰেখা, পৃঃ ২২১।

২৮. ড° কৃষ্ণ নাৰায়ণ প্ৰসাদ মাগধৰ 'অসম প্ৰান্তীয় ৰামকথা', (মীৰাট, ১৯৫৮) পৃঃ ২২৪।

২৯. তথ্য ড° কামেল বুল্কেৰ 'ৰামকথা'ৰ পৰা লোৱা হৈছে।

৩০. 'মহীৰাৱণবধ'ৰ পাঠ 'অসম প্ৰান্তীয় ৰামকথা'ত দিয়া উদ্ধৃতিৰ পৰা পোৱা হৈছে।

৩১. 'অসমীয়া সাহিত্যৰ ৰূপৰেখা' পৃঃ ২২১ আৰু 'অসমীয়া সাহিত্যৰ ইতি- বৃত্ত' পৃঃ ১৩৭।

৩২. বিপ্ৰ ভৱদেৱে গোবিন্দৰ পদ সেৱি।
উত্তৰাকাণ্ডক চাই ৰচিলন্ত কৰি।।
ৰামৰ অশ্বমেধৰ কথা অনুপাম। ২৩৮

৩৩. ৰাম তুষ্ট ভৈলে তুষ্ট সকল দেৱতা।
ৰামে তপ জপ যজ্ঞ ৰামে পিতা মাতা।।
ৰাম দৰশনে এৰাইবো মহা কষ্ট।
অৱশ্যে মুকুতি পাইবো পাপ হৈবে নষ্ট।। ২৬৫

৩৪. অসমীয়া সাহিত্যৰ ইতিবৃত্ত, পৃঃ ১৩৭।

৩৫.　তেনে এটি উদাহৰণ নাৰদে অগ্নি আৰু বৰুণক শাপ দিয়াৰ প্ৰসংগটো-

"হে বৰুণ, সৰ্ব্বভুক,তুমি দুয়ো দেৱ
অদেৱ সদৃশ, ভৃত্যপ্ৰায় এহি দোষে
যি ৰামে বুলিয়া নৰ অৱহেলা মনে
হেন নৰযানবাহী হুইবা কলিত"
x x x অব্যৰ্থ দেৱৰ্ষি শাপ; ইকাল ই হেতু
অনল বৰুণ দুই হুই সন্মিলিত
অহৰহে নৰগৃহে চলাইছে কল
বাষ্পযান যত আছে ভূতলে নৰৰ
ৰে'লপথ, ব্যোমযান, বাষ্পপোত আদি
বহিয়াছে ভৃত্যভাৱে দুয়ো অবিৰল।
(সীঃহঃ, ষষ্ঠ সৰ্গ, ভোলানাথদাস ৰচনাৱলী পৃঃ ৩৩১-৩২ )

৩৬.　শ্ৰীবাপচন্দ্ৰ মহন্ত আৰু শ্ৰীমতী কেশদা মহন্তই কৰা প্ৰথমটো অনুবাদ অসম সাহিত্য সভাই ১৯৮১ চনত প্ৰকাশ কৰিছিল। শ্ৰীত্ৰৈলোক্য নাথ শৰ্মাই কৰা দ্বিতীয় অনুবাদটো ১৯৯৬ চনত ' পূৰ্বোত্তৰ প্ৰদেশীয় মাৰোৱাৰী সন্মিলনে' প্ৰকাশ কৰে।

৩৭.　ডিফু সাহিত্য সভা ১৯৭৬ আৰু আনখন অসম সাহিত্য সভা ১৯৮৬ চনত প্ৰকাশিত।

৩৮.　অনুৱাদক- শ্ৰীফণী বৰা, ২০০০ চনত প্ৰকাশিত।

**লেখিকাৰ ঠিকনা ঃ**
চিত্ৰকূট বন
গোহাঁইটেকেলা গাঁও
যোৰহাট- ৭৮৫ ০০১

## লেখিকাৰ চমু পৰিচয়

**শ্ৰীমতী কেশদা মহন্ত ঃ** ***জন্ম*** ঃ কৰঙা, তেলপানী সত্ৰ (যোৰহাট জিলা) ১৯৩৯ চনৰ ১৭ চেপ্তেম্বৰত। **পিতৃ-মাতৃ ঃ** মোহন চন্দ্ৰ মহন্ত বি, এল; দিনপ্ৰভা মহন্তনী। **শিক্ষা ঃ** যোৰহাট (চৰকাৰী) উচ্চ বালিকা বিদ্যালয়ৰপৰা ১৯৫৬ চনত সংস্কৃত আৰু সাধাৰণ বিজ্ঞানত লেটাৰ পাই প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ; ১৯৬০ চনত সংস্কৃতত সন্মান সহ স্নাতক পৰীক্ষাত; ১৯৬৪ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা সংস্কৃত বিষয়ত প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান অধিকাৰ কৰি স্বৰ্ণপদক লাভ কৰি স্নাতকোত্তৰ পৰীক্ষাত উত্তীৰ্ণ। **বিবাহ ঃ** ১৯৫৫ চনৰ ৪ মে' তাৰিখে স্কুলত পঢ়ি থকা কালতে শ্ৰীবাপচন্দ্ৰ মহন্তৰ লগত। **চাকৰি ঃ** ১৯৬৪ চনৰ ডিচেম্বৰ মাহত জগন্নাথ বৰুৱা মহাবিদ্যালয়ত প্ৰবক্তাৰূপে যোগদান কৰি ২০০২ চনৰ আগষ্ট মাহত অৱসৰ গ্ৰহণ। **লিখিত গ্ৰন্থৰ তালিকা ঃ** কালিদাসৰ সাহিত্য (১৯৭৪, ১৯৯১, ২০০০); অসমীয়া ৰামায়ণী সাহিত্য ঃ কথাবস্তুৰ আঁতিগুৰি, প্ৰথমখণ্ড ১৯৮৪, দ্বিতীয় খণ্ড ১৯৯১; বিচিত্ৰ ৰামায়ণী কথা, ১৯৮৬; মহাপুৰুষীয়া সাহিত্য ঃ কেইটিমান দিশ ১৯৮৫; কৃষ্ণকথা ঃ মূলধাৰা ১৯৯০; ভৱভূতিঃ ব্যক্তিত্ব আৰু সাহিত্য ১৯৯৫; চিন্তা উপচাৰ ১৯৯৫; কাব্যতত্ত্বৰ দৃষ্টিৰে শঙ্কৰদেৱৰ কাব্য ২০০০; গোস্বামী তুলসী দাস আৰু ৰামচৰিতমানস (বাপচন্দ্ৰ মহন্তৰ সৈতে যুটীয়াভাৱে)। **অনূদিত গ্ৰন্থ ঃ** ৰামচৰিতমানস (বাপচন্দ্ৰ মহন্তৰ সৈতে যুটীয়াভাৱে) ১৯৮১; কম্বন ১৯৯১; উত্তৰ ৰামচৰিত আৰু মেঘদূতকাব্য ২০০০ চন। **সম্পাদিত গ্ৰন্থ ঃ** বৈষ্ণৱানন্দলহৰি (সংস্কৃত পাঠ আৰু ঘোষানুৱাদ সহ) ১৯৭০; ৰামচৰিতমানসৰ 'উত্তৰাকাণ্ড' (শ্ৰীকান্ত সূৰ্যবিপ্ৰকৃত পদ্যানুবাদ) ২০০০চন। **শিশু পুথি ঃ** মহাভাৰতৰ সাধুদুটামান কওঁ ১৯৭০; ৰঘুবংশৰ কথা ১৯৭২; ৰামায়ণৰ সাধু দুটামান কওঁ ১৯৮৮; মৌকোঁহৰ কৰ্মীপ্ৰজা ১৯৯৫; সেউজী ধৰণী ধুনীয়া ১৯৯৭; ঐতিহ্যপ্ৰাণ-নাতিলৈ আইতাৰ চিঠি ১৯৯৮; নিৰ্মলা নদীৰ পানী ১৯৯১ চন। **সামাজিক স্বীকৃতি ঃ** 'অসমীয়া ৰাময়ণী সাহিত্য'.. দ্বিতীয় খণ্ডৰ বাবে ১৯৮৯-৯০ৰ 'জগদ্ধাত্ৰী হৰমোহনদাস বঁটা'; 'মহাপুৰুষীয়া সাহিত্য...'ৰ বাবে ১৯৯০ চনৰ 'বাসন্তী বৰদলৈ সোঁৱৰণী বঁটা' 'কাব্যতত্ত্বৰ দৃষ্টিৰে শঙ্কৰদেৱৰ কাব্য'ৰ বাবে ২০০২ চনৰ 'দুৰ্গাধৰ বৰকটকী বঁটা', 'মৌকোঁহৰ কৰ্মী প্ৰজা'ৰ বাবে ১৯৮৯ চনৰ 'নকুলচন্দ্ৰ সভাপণ্ডিত বঁটা' (পিছৰ তিনিটা অসম সাহিত্য সভাৰ পৰা লাভ কৰিছে। [illegible]দৌ অসম লেখিকা সমাৰোহ সমিতিৰ ১৯৯৭-৯৮চনৰ অধিবেশনৰ মুকলি সভাৰ সভানেত্ৰী পদত অধিষ্ঠিত। ২০০০ চনত অসম চৰকাৰে ঘোষণা কৰা এককালীন সাহিত্যিক সাহায্য 'দহ হেজাৰ টকা পোৱা বুলি সংবাদ মাধ্যমত প্ৰকাশ হৈছিল; চৰকাৰৰ তৰফৰপৰা আজিও যোগাযোগ কৰা নাই।

লেখিকা গৰাকীয়ে ৰাষ্ট্ৰীয় পৰ্যায়ৰ হিন্দী পত্ৰিকাতো ভালে কেইটা প্ৰবন্ধ লিখিছে।

কলাক্ষেত্ৰৰ হৈ সচিব, শ্ৰী গৌতম শৰ্মাৰ দ্বাৰা প্ৰকাশিত আৰু
দি ব্ৰহ্মপুত্ৰ প্ৰিণ্টাৰ্চ, এম. চি. ৰ'ড, গুৱাহাটী - ৩ ত মুদ্ৰিত।